# হচিনাবিবি

অমল কুমাৰ দাস

বি এল প্ৰকাশন
ভোলানাথ প্ৰেছ
ডাক আৰু জিলা : বঙাইগাঁও

HASINABIBI : A Collection of Short Stories of
Shri Amal Kumar Das, M.A., LL. B.
Village : Pachania
Dist : Bongaigaon : Assam
Second Publication : 1997 Rs. 50.00 only

# হাচিনাবিবি

বেটুপাত
শ্ৰীঅৰুণ নাথ
গুৱাহাটী

দ্বিতীয় প্ৰকাশ ঃ ১৯৯৭

প্ৰকাশক
বিমল নিৰ্ম্মল প্ৰকাশন
মাৰফৎ, ভোলানাথ প্ৰেছ
বঙাইগাঁও

মূল্য ঃ ৫০.০০ টকা

পৰিবেশক ঃ বাণী মন্দিৰ
বাণীবাৰী
পানবজাৰ
গুৱাহাটী

# নিজৰ কথা

হাচিনাবিবি সংক্ৰান্তত দুষাৰ কথলগীয়া আছে। 'হাচিনাবিবি' আচলতে ১৯৭৭ চনৰ ফেব্ৰুৱাৰী মাহত 'যাত্ৰী' নামত প্ৰথম প্ৰকাশিত হৈছিল। গল্প সন্নিবিষ্ট হৈছিল—সন্ধ্যা আহিল নামি, বিন্দু যদি সিন্ধু হয়, হাচিনাবিবি আৰু যাত্ৰী। প্ৰকাশক আছিল গুৱাহাটীৰ প্ৰগতি প্ৰকাশনৰ স্বত্বাধিকাৰী বন্ধুবৰ শ্ৰীপ্ৰদীপ কুমাৰ শইকীয়া। সেই প্ৰকাশনৰ সংখ্যা পাবলৈ নাই।

তেতিয়াই মোৰ বহুতো শুভাকাংখীয়ে কিতাপ খনিৰ নাম 'যাত্ৰী'ৰ পৰিবৰ্তে 'হাচিনাবিবি' দিবলৈ পৰামৰ্শ দিছিল। সেই পৰামৰ্শ পাহৰিব নোৱাৰিলোঁ।

তদুপৰি হাচিনাবিবি গল্পটোৰ প্ৰতি মোৰ নিজৰো এটা মোহ আছে। মোৰ গাওঁ পাচনীয়াত লগ পোৱা সঁচা-জীৱনৰ পৰা ইয়াৰ চৰিত্ৰ লোৱা হৈছিল। হাচিনাবিবিৰ কাহিনী ভাগ আৰু চৰিত্ৰৰ লগত মোৰ একাত্মবোধ সহজে পাহৰিব নোৱাৰোঁ।

'হাচিনাবিবি' নামত এয়া যদিও প্ৰথম প্ৰকাশ, আন নামত হলেও আগতে প্ৰকাশ পাই যোৱাত প্ৰকাশন হিচাপে এয়া দ্বিতীয় প্ৰকাশন বুলি উল্লেখ কৰা হৈছে।

নতুন নামৰ যথাৰ্থতা আনিবলৈ 'যোগসূত্ৰ' গল্পটো সংযোজন কৰা হৈছে। আনহাতে 'সন্ধ্যা আহিল নামি' গল্পটো প্ৰথম ছপা হওঁতে ইমানেই ভুল থাকি গৈছিল যে বাধ্য হৈ হাত সুৰাব লগা হ'ল। হাত সুৰাওঁতে অৰ্দ্ধুত নামটোও হৈ উঠিল 'ত্ৰিভুজৰ দৰে'।

গ্ৰন্থ প্ৰকাশনৰ নিয়মৰ পৰা এইবোৰ গ্ৰহণযোগ্য নহবও পাৰে। কিন্তু স্বীকাৰোক্তি দিয়াত অপৰাধ নিশ্চয় 'বিনাশন' হব। এইবাৰৰ গল্প কেইটি যুগুতাই দিয়াত সহায় কৰিছে বি আৰ পি এলৰ মোৰে সহকৰ্মী শ্ৰীমোহন চন্দ্ৰ কলিতাই।

বেটুপাত অংকন কৰিছে শিল্পীবন্ধু শ্ৰীঅৰুণ নাথে।

'হাচিনাবিবি'ৰ প্ৰকাশনত বঙাইগাঁৱৰ ভোলানাথ প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীসুকুমাৰ মজুমদাৰৰ বৰঙণি কিন্তু বহুত বেছি। কৃতজ্ঞতা যাচিছোঁ।

কিতাপখনিৰ পৰিবেশনাৰ দায়িত্ব লব্ধ প্ৰতিষ্ঠিত প্ৰকাশক বন্ধুবৰ শ্ৰীসূৰ্য্য হাজৰিকাই লোৱাত কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ।

বৰ্ণাশুদ্ধি এই বেলিও দেখাৰ থাকি গ'ল। আৰু এটা কথা— কিতাপ আকাৰত 'যাত্ৰী' আছিল মোৰ প্ৰথম সংকলন। নতুন নামত সেয়া "হাচিনাবিবি।"

ভুল ভ্ৰান্তিৰ বাবে ক্ষমা মাগিছোঁ।

অমল কুমাৰ দাস
পাচনীয়া
১ জানুৱাৰী, ১৯৯৭

শৈশৱৰ পৰা যৌৱনৰ প্ৰথম প্ৰহৰলৈকে

মোৰ জীৱন আছিল পিতৃ স্নেহ স্নাত।

মোৰ জীৱন-শিক্ষা-দীক্ষা সকলোতে আছে

মোৰ সেই 'বাবা'ৰ আশীৰ্ব্বাদ।

অকণি অকণিকৈ লিখিলেও মোলৈ আছিল

'বাবা'ৰ মৰম ভৰা প্ৰেৰণা।

সেই অনুপ্ৰেৰণাৰ স্মৃতিতে

মোৰ সাহিত্য সাধনাৰ প্ৰথম প্ৰচেষ্টা গল্প সংকলন

পিতৃ ৺ব্ৰজেন্দ্ৰ নাৰায়ণ দাসৰ শ্ৰীচৰণত

(জন্ম ১৯০৭, মৃত্যু জুলাই ৩১, ১৯৬৮)

উছৰ্গা কৰিলোঁ।

অমল

# চয়নিকা

# নিজৰ কথা

হাচিনাবিবি সংক্ৰান্তত দুবাৰ কৰলগীয়া আছে। 'হাচিনাবিবি' আচলতে ১৯৭৭ চনৰ ফেব্ৰুৱাৰী মাহত 'যাত্ৰী' নামত প্ৰথম প্ৰকাশিত হৈছিল। গল্প সন্নিবিষ্ট হৈছিল—সন্ধ্যা আহিল নামি, বিন্দু যদি সিন্ধু হয়, হাচিনাবিবি আৰু যাত্ৰী। প্ৰকাশক আছিল গুৱাহাটীৰ প্ৰগতি প্ৰকাশনৰ স্বত্বাধিকাৰী বন্ধুবৰ শ্ৰীপ্ৰদীপ কুমাৰ শইকীয়া। সেই প্ৰকাশনৰ সংখ্যা পাবলৈ নাই।

তেতিয়াই মোৰ বহুতো শুভাকাংক্ষীয়ে কিতাপ খনিৰ নাম 'যাত্ৰী'ৰ পৰিবৰ্তে 'হাচিনাবিবি' দিবলৈ পৰামৰ্শ দিছিল। সেই পৰামৰ্শ পাহৰিব নোৱাৰিলো।

তদুপৰি হাচিনাবিবি গল্পটোৰ প্ৰতি মোৰ নিজৰো এটা মোহ আছে। মোৰ গাঁও পাচনীয়াত লগ পোৱা সঁচা-জীৱনৰ পৰা ইয়াৰ চৰিত্ৰ লোৱা হৈছিল। হাচিনাবিবিৰ কাহিনী ভাগ আৰু চৰিত্ৰৰ লগত মোৰ একাত্মবোধ সহজে পাহৰিব নোৱাৰোঁ।

'হাচিনাবিবি' নামত এয়া যদিও প্ৰথম প্ৰকাশ, আন নামত হলেও আগতে প্ৰকাশ পাই যোৱাত প্ৰকাশন হিচাপে এয়া দ্বিতীয় প্ৰকাশন বুলি উল্লেখ কৰা হৈছে।

নতুন নামৰ যথাৰ্থতা আনিবলৈ 'যোগসূত্ৰ' গল্পটো সংযোজন কৰা হৈছে। আনহাতে 'সন্ধ্যা আহিল নামি' গল্পটো প্ৰথম ছপা হওঁতে ইমানেই ভুল থাকি গৈছিল যে বাধ্য হৈ হাত ফুৰাব লগা হ'ল। হাত ফুৰাওঁতে তদুপৰি নামটোও হৈ উঠিল 'ত্ৰিভুবন দূৰে'।

গ্ৰন্থ প্ৰকাশনৰ নিয়মৰ পৰা এইবোৰ গ্ৰহনযোগ্য নহবও পাৰে। কিন্তু স্বীকাৰোক্তি দিয়াত অপৰাধ নিশ্চয় 'বিনাশন' হব। এইবাৰৰ গল্প কেইটি যুগুতাই দিয়াত সহায় কৰিছে বি আৰ পি এসৰ মোৰে সহকৰ্মী শ্ৰীমোহন চন্দ্ৰ কলিতাই।

বেটুপাত অংকন কৰিছে শিল্পীবন্ধু বিভূতি নাথে।

'হাচিনাবিবি'ৰ প্ৰকাশনত বঙাইগাঁৱৰ ভোলানাথ প্ৰেছৰ স্বত্ত্বাধিকাৰী শ্ৰীস্নুকুমাৰ মজুমদাৰৰ বৰঙণি কিন্তু বহুত বেছি। কৃতজ্ঞতা যাচিছোঁ।

বৰ্ণাশুদ্ধি এই বেলিও দেখাৰ থাকি গ'ল। আৰু এটা কথা— কিতাপ আকাৰত 'যাত্ৰী' আছিল মোৰ প্ৰথম গল্প সংকলন। সেয়া নতুন নামত হাচিনাবিবি।

ভুল ভ্ৰান্তিৰ বাবে ক্ষমা প্ৰাৰ্থনা খুজিছোঁ।

অমল কুমাৰ দাস

পাচনীয়া

শ্ৰীপঞ্চমী তিথি

ফেব্ৰুৱাৰী ১৫, ১৯৯৪

# ত্ৰিভুজৰ দৰে

—এতিয়াও আকৌ কলৈ গল ?

—দৰ্শন ভৱনলৈ গৈছে । এতিয়াই আহিব ।

—কোনোবা আছে নেকি ?

—থাকিবও পাৰে ! ডেকা লৰা । শান্তিনিকেতনৰ এই স্বপ্নমধুৰ পৰিবেশৰ মাজত প্ৰেমৰ বাৰ্ত্তা বোৱাবলৈ কিমান সময়ৰেই বা প্ৰয়োজন ? ক্ষণিকৰ দৃষ্টিত ধৰা পৰিব জীৱন লগৰী ।

—ভাষা জ্ঞানতো তোৰ বেছ হৈছে । হাতুৰি কোবাই মিস্ত্ৰী হলেও তই অকল টকা খোৱা অপদাৰ্থ মিস্ত্ৰিয়েই নহবি, অলপ মহলা থকাই হবি ।

শান্তনুক মই মিস্ত্ৰি বুলিয়েই কওঁ; যাদবপুৰ ইঞ্জিনীয়াৰিং কলেজত ভৰ্ত্তি হোৱাৰ পাছৰ পৰাই । কটনত একেলগে পঢ়োঁতে দেখিলে 'কি খবৰ'ৰ বেছি কথা হোৱা নাছিল । বি, এছ, ছি, পৰীক্ষা দি সি যেতিয়া কলিকতালৈ আহিবলৈ ওলাল তেতিয়াহে তাৰ লগত মোৰ ভাল চিনাকী হল । তেতিয়াৰ পৰাই আমাৰ পত্ৰালাপ এটা নিৰৱীয়া শিতানত পৰিণত হল ।

বেনাৰসৰ পৰাই মই শান্তনুলৈ লিখিছিলোঁ । পূজাৰ বন্ধৰ কেদিন-মান আগতেই মই কলিকতালৈ গৈ শান্তিনিকেতনলৈ আহিম বুলি । শান্তিনিকেতনখন চোৱাৰ হেপাহ মোৰ সকৰে পৰাই আছিল ।

আজি শান্তিনিকতনৰ মধুৰ পৰশন পাই মনটো ইমান ভাল লাগিছিল! ইয়াত থকা ছাত্র ছাত্রীবোৰ চাগে কিমান সুখী। এক কাব্যিক অনুভূতিত এওঁলোকৰ অন্তৰবোৰ যেন আবগাহন কৰি এই সংসাৰৰ শোক তাপ পাহৰি যায়! ক্ষন্তেকৰ বাবে আহিয়ে মোৰ গোটেই শান্তিনিকেতনখনক যেন চুমা খাবলৈ মন গৈছিল।

আমি অশোকক বিচাৰিছিলোঁ। সি দৰ্শন ভ্ৰমনলৈ গৈছিল। খবৰ পোৱাত সি আহিলত তাকে লৈ বিশ্ববিদ্যালয়টো ঘূৰি পকি চাইছিলোঁ।

অশোকে বঙলা সাহিত্যত গৱেষণা কৰিছে। কথা-বতৰাত এটা বেছ আকৰ্ষণীয় ব্যক্তিত্ব। সোনকালে সহজে সি মানুহক আপোন কৰি লব পাৰে। এদিনৰ পৰিচয়তে সি মোক আপোন কৰি লৈছিল। শান্তনুৰ বাল্যবন্ধু অশোক। মই তাৰ বন্ধুৰ বন্ধু! গতিকে মোৰ লগত আপুনি বুলি কিয় সম্বোধন থাকিব। দুঘণ্টা মানৰ ভিতৰতে সঁচাসঁচিকৈ সি মোক 'তুমি' বুলি কৈছিল। একেবাৰে খোলা মনৰ লৰা। মোৰ কিন্তু তেতিয়াও অন্তৰত খু-দুৰনি আছিল।

ইলাৰ কথা তাক কম নে নাই? কাৰণ মই কোনো দিনে গুৱা-হাটীৰ দুজনমান বন্ধুৰ বাহিৰে ইলা সম্পৰ্কে খোলা হব পৰা নাছিলো হোৱালীক লৈ ইমান কথাই শান্তনুক কৈছোঁ তথাপি ইলাৰ কথা মই আজিকোপতি তাক কোৱা নাই। কিন্তু আজি শান্তিনিকে-তনলৈ আহি নকলে জানো হব? আজি কবই লাগিব। অশো-ককো ভালকৈ কৈ যাম। ইলা আৰু মোৰ মাজত যি হবৰ হৈছে। কিন্তু সেইবোৰ আমাৰ কথা। অশোকক কলে সি নিশ্চয় ইলাৰ ওপৰত চকু ৰাখিব।

যোৱা দেৰ বছৰ অৰ্থাৎ মই বেনাৰসলৈ যোৱাৰ পৰা ইলাৰ লগত খুব কম কথা হৈছিল। আচলতে যোৱা বছৰটোত কথা হোৱাটো দূৰৰে কথা, চিঠিপত্ৰৰো আদান প্ৰদান হোৱা নাই। অবশ্যে ইলাৰ খবৰ মই

বিহাবাৰীৰ বন্ধুজাকৰ পৰাই পাওঁ। মই কিন্তু মৃত নে জীৱিত ইলাই আৰু খবৰ পোৱা নাছিল। বিহাবাৰীৰ বন্ধুবৰ্গই বাৰে বাৰে কৈছিল —তই মৰিছ নে জী আছ তাৰ কোনো খবৰ নাই; তই আকৌ সেই জনীতে মৰ।

—যোৱা আঠোটা বছৰ ইমান সহজতে দলিয়াই পেলাব নোৱাৰি।

—তাই কেনেকৈ পাৰিলে ?

—আমি কোৱা কথাবোৰ ছোৱালীয়ে চিলখত লিখি থয়। প্ৰয়োজন হলে সেই লিখাবোৰ মচি পেলাই অতীতটোক পাহৰি যায়। আমি কিন্তু ছোৱালাৰ কথাবোৰ অন্তৰত লিখিথওঁ। গতিকে সহজতে পাহৰিব নোৱাৰোঁ।

—তহঁতে যে কি প্ৰেম প্ৰেম কৰ। মই বুজিব নোৱাৰোঁ। প্ৰেমটো বাৰু কি ?

প্ৰেমটো এটা জ্যামিতিৰ চিত্ৰ নহয় যে তোক ৰেখা আঁকি বুজাই দিব পাৰিম

বন্ধুজাকৰ মাজত হঁাহিৰ খলকনি। এই হঁাহিৰ ঢল কেতিয়াবা মোৰ শোৱা কোঠাৰ পৰা ওলাইছে। কেতিয়াবা বাণাজীৰ ঘৰত। কেতিয়াবা ফঁাচীবজাৰৰ নদীৰপাৰত। সেইবোৰ বহুত কথা। ইলাৰ ওপৰত আটাইৰে ভাল ধাৰণা আছিল। মোৰ বন্ধু কেইজনে মোতকৈ ইলাকে বেছি বিশ্বাস কৰিছিল। কিন্তু মই বেনাৰসলৈ যোৱাৰ পাছৰ পৰাই তাইৰ গতিবিধি বদলি গ'ল। এনেকি মই ঘৰলৈ আহিলেও তাই নমতা হল। গুৱাহাটীখনৰ মৰমৰ পাহিবোৰ অকস্মাৎ যেন খহি পৰিল। লেতেৰা পথবোৰ তেতিয়াৰ পৰাই আৰু বেছি লেতেৰা যেন লাগিছিল। এইবেলি ইলা অনাৰ্ছ লৈ সন্দিকৈ কলেজৰ পৰা পাছ কৰি শান্তি নিকেতন পালে সেই কথাও তাই মোক নজনালে। আঠ বছৰ আগৰ দৰেই সম্বন্ধটো হল — যেন আমি দুয়ো দুয়োকে চিনিয়ে নেপাওঁ।

এইবিলাক জানি শুনিয়ে মই শেহত এই সিদ্ধান্তলৈ আহোঁ। তাই মোৰ পৰা আঁতৰি গৈছে। গতিকে তাইৰ কথা ভাবি ভাবি নিশা টোপনি খতি কৰাৰ সময় মোৰ আৰু এতিয়া নাই। তাই যদি মোক নিবিচাৰে মই বাৰু বিচাৰিম কিয়? লাহে লাহে তাইৰ লগত সম্বন্ধ নথকা বুলিয়ে ধৰি ললোঁ। এইবোৰ বেনাৰসৰ ছাত্ৰাবাসত অকলে অকলে ভাৱি স্থিৰ কৰা সিদ্ধান্ত।

তথাপি মনটো পতিয়ন নগৈছিল। আঠ বছৰ আগলৈ মনটো উৰা মাৰিছিল।

হঠাৎ পোহৰৰ পৰা এন্ধাৰত সোমালে একো নেদেখি। চিনেমা হলৰ ভিতৰত কাৰোবাৰ কোলাতে বহিলোঁ। বহি গম পালোঁ—'বিজুলী' চিনেমা হলৰ আসনবোৰতো কাহানিও ইমান কোমল নাছিল। চোৰী বুলি কৈ ওচৰৰ খালী চিটটোত বহিলোঁ। ইণ্টাৰভেলত লাইট জ্বলি উঠোতে দুজনৰ চকুৰে চকুৰে পৰি গল। এজনী ফ্ৰক পিন্ধা ছোৱালী। মিচিকৈ ধুনীয়া হাঁহি এটা মাৰিলে। লগত সেইফালে সম্ভৱ মাক আৰু বাইদেউৰেক আছে।

—পোহৰৰ পৰা আহি এন্ধাৰলৈ সোমালে একো নেদেখি। বেয়া নাপাবা দেই।—মই কলোঁ।

—তুমি হবলা তাকে ইমান পৰ ভাবি আছা? —ছোৱালী জনীৰ হৈ মাকে কলে।

মাকজনীয়ে মোক আৰু কিবাকিবি সুধিছিল। বেছ শ্ৰদ্ধা উপজিছিল ভদ্ৰমহিলাৰ ওপৰত।

—মা এবেঁচোন তামোল আনিব পাৰিব।

কথা পাতি থাকোতে বায়েকে এইদৰে কোৱাত মই হাঁহি হাঁহি তামোল লৈ আহিছিলোঁ। নিজৰ পইচাই খৰচ কৰিলোঁ। কেইটামান টফিও অনিলোঁ।

ধুনীয়া ছোৱালীৰ লগত বহিলে এনেয়ে মনটো ভাল লাগে। তাতে

আকৌ কথা পাতিছে। অকল সেয়ে নহয় মাক বাইদেৱেকেও মোৰ নাম ধাম ললে। ধুনীয়া মানুহবোৰৰ ব্যৱহাৰো ভাল বোধহয়। সেইজনীয়ে এই ইলা চৌধুৰী। তেতিয়া তাই পানবজাৰ গার্লছ স্কুলৰ সপ্তম শ্ৰেণীত। মই কলেজিয়েটৰ দশম শ্ৰেণীত। লাহে লাহে মই কলেজিয়েট এৰি কটন কলেজ পালোঁ। তাই মেট্ৰিক দি সন্দিকৈ কলেজ পালে।

এই কেইবছৰৰ ভিতৰতে সিহঁতৰ ঘৰখন মোৰ নিজৰ ঘৰ যেন হৈছিল। অবাধ অহা-যোৱা। চুলিত ধৰি ধৰি ইলাক অঙ্ক বুজাই-ছিলোঁ। 'দি মার্চেণ্ট অব ভেনিছ'ৰ পোৰ্ছিয়া আৰু ব্যাছানিওৰ চৰিত্ৰ দুটা ভালকৈ বুজাই দিছিলোঁ!

—তোমাক আজিৰ পৰা পোৰ্ছিয়া বুলি মাতিম।

—মই পোৰ্ছিয়া হলেও কাহানিও তোমাক মই ব্যাছানিও বুলি নামাতো।

—মোক নামাতিলে অইন কাৰোবাক মাতিবা।

—বাজে কথাবোৰ বলকিব নালাগে।

তাইৰ অলপ খং উঠিছিল। অৱশ্যে মই চিঞৰি মাৰি কেতিয়াও পোৰ্ছিয়া বুলি মতা নাছিলোঁ। ইলা বুলিয়ে মাতি-ছিলোঁ 'ইলা' এই দুটা আখৰত যি সৌন্দর্য্য আছে পোৰ্ছিয়াত সেইটো কাহানীও নাছিল। প্ৰেমিকৰ প্ৰেয়সীৰ মুখ খনতকৈও সম্ভৱ নামটোহে বেছি ভাল লাগে। 'ইলা' নামটো মই আজিও পাহৰিব পৰা নাই। ইলাৰ মুখখনি এতিয়াও চকুৰ আগত ভাঁহি উঠে। বেনাৰসৰ সেউজবুলীয়া বাগিছাৰ পাতবোৰৰ দৰে ইলাৰ মুখখনি মোৰ মনত পৰে। তাইৰ চকুযুৰিয়ে কপটাচৰণ কৰিব পাৰে বুলি কাহানীও নকয়। মুখখনি মিঠা। বৰণটোও মিঠা। চিকচিকিয়া দাঁত কেইটা উলিয়াই হাঁহি হাঁহি হাদি পৰা, হাদি হাদি মোলৈ চাই থকা আজিনো কিমান দিনৰ কথা।

জাকবান্ধি ছোৱালীবোৰ ফুৰে । কত ধৰণৰ পৰিধান, কত ধৰণৰ হাঁহি! কিমান যে চাৱনি! ঋজু গতিত চাই কিছুমানে কথা পাতে। ওঁঠৰ তলতে হাঁহিটো লুকাই কতই কথা কলে — তথাপি ইলাক মই বেনাৰসত নাপাওঁ। ইলা-ইলাই। অইন কোনো ইলা হব নোৱাৰে। তাই মোৰ মানসপটত অনন্য সাধাৰণ। তাই জানো মোক গালি দিবও এৰিছিল —এনে লেতেৰা কথানো বাক কোনো প্ৰেমিকে প্ৰেয়সীক সোধে নে? ছি.!

—এই যুগটো হৈছে নাৰী প্ৰধান যুগ।

—কেনেকৈ?

—বিজ্ঞাপনবোৰ দেখা নাই? নন্দাৰ ৰূপ-লাৱণ্যৰ মূলতে বোলে 'টাটা'ৰ জয় চাবোন। চায়বাবামুৱে অমুক চাবোনেৰে গা ধোৱে বাবেই বোলে 'মোক চুমা খা' 'মোক চুমা খা' ৰূপ! আমাৰ পুৰুষ-বোৰৰ কথা কিন্তু এই বিজ্ঞাপনত কাহানিও নোপোৱা।

—মিছা কথা। ব্লেডৰ বিজ্ঞাপনত ছোৱালাৰ ফটো কেতিয়াও নিদিয়ে।

—সাধনাৰ গোপন সৌন্দৰ্যৰ বাবে দায়ী কোন জানানে?—'প্ৰিন্স ব্লেড'! মোৰ মতে এই বুলিহে দিয়া সমিচীন! আশা পাৰেখৰ যৌৱন কিয় ইমান আকৰ্ষণীয় জানানে? আশাই সদায় 'হাতী মাৰ্কা' বিড়ী খায়।

তাই খিকখিকাই হাঁহি দিয়ে।

—আৰু বহুত আছে! নেদেখা পৰিধান তোমালোকেও পিন্ধা আমিও পিন্ধো। আমাৰ গেঞ্জীবিলাক স্পষ্ট দেখা নাযায়, অৱশ্যে গেঞ্জীৰ নিচিনা তোমালোকৰবোৰ দূৰৈৰ পৰাই চিনি পায়।

—মিছা।

—আমাৰ গেঞ্জীবোৰ বিচাৰি হাবাথুৰি খাব লাগে। আৰু তোমা-লোকৰবোৰ কিযে ধুনীয়াকৈ সজাই থয়! লাজতে আমি লৰাবোৰ দোকানলৈ সোমাব নোৱাৰোঁ। তোমালোকক ইমান সুবিধা

দিছে যাতে বিচাৰি বিচাৰি হাবাথুৰি খাব নালাগে ।

—পগলা এটাৰ লগত মই বহি নাথাকোঁ ।

তাই যাব খোজে। মই বাধা দিওঁ । দুজনে দুখন চেয়াৰত আকৌ বহি পৰোঁ । কোঠালিটোত কোনো নাথাকে । ওচৰৰ কোঠালি-টোত কোনোবাই ৰেডি'অ শুনি আছিল। এখন নাটক হৈ আছিল। 'মা' বোলা সংলাপ আমি শুনিছিলোঁ। লোকৰ নাটক নুশুনি নিজেই নাটক কৰিবলৈ লাগিলোঁ ।

— ছোৱালীবোৰে হেনো 'মা' হবলৈ খুব ভাল পায়। হয় নেকি ?

—হবও পাৰে। তুমি যে কি কথাবোৰ কোৱা !

—তুমি ?

তাই লাজতে বঙা পৰি যায় !

—এটা কথা নহয়। মানৱ মনস্তত্বই এনে বিপৰীত লিঙ্গদেহীক বেছি সহানুভূতিৰে চায়। মানে ছোৱালী এজনীয়ে স্বাভাবিক কাৰণবশতঃ ছোৱালী এজনীতকৈ ল'ৰা এটাক অকণমান বেছি বিশ্বাস বা মৰম কৰে আৰু সহানুভূতিৰে চায়। প্ৰথম সন্তানটি ল'ৰা হলে মাকজনীয়ে বেছি ভাল পায়, আনফালে দেউতাকে ইচ্ছা কৰে এজনী ছোৱালীৰ বাবে। মনোবিজ্ঞানৰ 'ওডিপাছ কমপ্লেক্স' ইয়াত বাককৈ প্ৰযোজ্য।

—ইমান জনা মানুহৰ লগত কথা পাতিবলৈ মোৰ বৰ ভয় লাগে।

—ভয়লগাখিনি বাদ দি ভাল লগাখিনি নোকোৱা কিয় ? প্ৰথমজনী ছোৱালী হলে মই বেছি ভাল পাম ? লৰা হলে তুমি বেছি ভাল পাবা। কবহে পাৰোঁ। তাই যোপাকৈ চাই পঠিয়ালে। ত্ৰাহি ত্ৰাহি দেখি মই কিতাপখন মেলি ললোঁ। 'আৰ্মচ এণ্ড্‌ দি ম্যান'। বাৰ্ণাড্‌ ৰৰ নাটক, বি.এ, মহলাৰ ইংৰাজী বিভাগৰ পাঠ্য। ভিতৰি ভিতৰি কিন্তু মই বৰ্‌ হাঁহিছিলোঁ ।

—ইয়াৰ ভিতৰতেই কেপ্তেইন ব্লাণ্টচ্‌লিৰ কেৰেক্টাৰটোৱে 'চকা্‌চেহুল

কেবেক্টাৰ'। জগতে প্ৰেম যে কচুপাতৰ পানীৰ দৰে অস্থিৰ, ইয়াত চাবিটা কেবেক্টাৰৰ দ্বাৰা ভালকৈ বুজাই দিছে। আৰু এই নাটকখনত এটা বস্তু পাবা—খুউব 'কিচ্' কৰিছে। মোতকৈও বেছি।

—নালাগে তুমি মোক বুজাবই নালাগে, নিজে নিজে পঢ়িম। পাৰিলে পাছ কৰিম—নোৱাৰিলে নাই।

নিজেতো নপঢ়ি নপঢ়ি পৰীক্ষাত ড্ৰপ দি থকাই অভ্যাস কৰি লৈছে।

—তোমাক মই নপঢ়া কাৰণেহে গালি দিওঁ। মিছা কথা কোৱা কিয়? কোৰ্চ কম্প্লিট নকৰি মোৰ দৰে বিশ্ববিদ্যালয় বদলাবলৈ তোমাক কোৱা নাই। গৌহাটী বিশ্ববিদ্যালয়ত ড্ৰপ দিলো, বেনাৰস পালোঁ। তুমি পঢ়িবা। ড্ৰপ দিব নালাগে। চাৰিদিন পাছতেই মই বেনাৰসলৈ যাম। ক্লাছ ক্ষতি কৰি বেনাৰসতো ড্ৰপ দিয়া অভ্যাস নকৰোঁ। পূজাৰ বন্ধ খুলিছে।

—যাব লগা হ'লেই।

—ওঁ। কেৱল বেনাৰসলৈ নহয়। ঘৰলৈও। ৰাতি ন বাজে। বাক কাইলৈ ৰাতিপুৱা আহিম।

মই আহিলোঁ। স্বৰূপাৰ্থত সিদিনাৰ পৰা আমাৰ আৰু ভালকৈ কথা হোৱা নাই। মই তেতিয়া এম, এ, ৰ ফাইনেল ইয়েৰত। বেনাৰসলৈ উভতি আহিলোঁ। পূজাৰ বন্ধৰ পাছৰ পৰাই ইলাক আগৰ ইলা বুলি ভাবিবলৈ টান লাগিল। সিহঁতৰ ঘৰৰ পৰা মই জানুৱাৰী মাহতে চিঠি পাওঁ। অৱশ্যে ইয়াৰ পাছতো ইলাৰ পৰা মই এখন চিঠি পাওঁ।

মৰমৰ অৰুণদা,

ইতিমধ্যে তোমাৰ মানসিক অৱস্থা কেনে হৈছে মই খুব ভাল দৰে বুজিছো। কিন্তু মই জানো যোৱা আঠোটা বছৰৰ কষ্ট কৰা সমস্তটো তুমি ইমান সহজতে পাহৰি যাব নোৱাৰা। মই জানো তোমাৰ মানসপটত মোৰ যি মচিব নোৱাৰা ছবি আছে তুমি তাক

কোন কালেই মচিব নোৱাৰা। তুমি পাৰিলেও মইতো কাহানিও নোৱাৰিম। তুমি জানো পাৰিবা অৰুণ দা!

তুমি পাহৰি যোৱা কিয় The course of true love never runs smooth, স্বাভাৱিকতাক অস্বাভাৱিক বুলি জ্ঞান কৰা চিন্তা শক্তিহীনতাৰ পৰিচায়ক। আমাৰ মানুহবোৰে পাহৰি যায় জন্ম মৃত্যুৰ দৰেই প্ৰেম যে যৌৱনৰ অনাহুত আবেগ আৰু স্বাভাৱিক অনুভূতি। আমাৰ ঘৰৰ পৰা তোমালৈ মৃদুলদাই জঘন্য ভাষাত চিঠি লিখিছে। ঘৰলৈ তোমাক অহা যোৱা বন্ধ কৰিব দিছে। মোৰ লগত সকলো ত্যাগ কৰিবলৈ কৈছে। তাত প্ৰসঙ্গ টানিছে জাত পাতৰ। তোমাৰ লগত কায়স্থ কন্যাৰ অসবৰ্ণ সম্বন্ধ হব নোৱাৰে। মোক বিশ্বাস কৰা— তোমাক মই বিচৰা বাবেই নহয়— হিন্দু সমাজৰ এই বৰ্ণ— বিভাজন— জাত পাতৰ কথাত মই বৰ আঘাত পাওঁ জানা। জাততো কায়স্থ বোলোতে মই বাৰু কেনেকৈ তোমাতকৈ উচ্চতৰ হব পাৰো?

ঘৰত নেজানিলে। মৃদুলদাই নেজানিলে। মোৰ মানসপটৰ পৰা তোমাৰ অশৰীৰী ৰূপ সিহঁতে আঁতৰৰ—এৱা চোন তুমি মোৰ নিচেই কাষত!

তোমাৰ চকুৰ পানী পৰিছে? মোৰ কিন্তু চকুলো ওলোৱা নাই। শূন্যত তোমাৰ প্ৰতিবিম্ব মই ধূসৰ দেখিলেই চকুৰে পানী ওলোৱা বুলি নকয়। তুমি মোৰ বাবেই সৃষ্টি আৰু মই তোমাৰ বাবে। এই কথা মৃদুলদাই বুজিব নোৱাৰিলে। বুজিব নোৱাৰিলে মাহঁতে। বাইদেউহঁতে অথচ এটা সময়ত সিহঁতেই আমাক মিলিবলৈ দিছিল অবাধে।

যেতিয়া কল্পনা বৰুৱাৰ পৰা মৃদুলদাই অবাঞ্ছিত ব্যৱহাৰ পালে তেতিয়াই তাইক একো কৰিব নোৱাৰি মোক এদিন মাৰ গোধালে। দোষ মোৰ। জাত পাত নিমিলে। তোমাৰ লগত মই 'প্ৰেমত পৰিলোঁ।' মৃদুলদাই কল্পনাৰ বাবে উন্মাদ হব বুলিয়েই কল্পনাৰো তাক ভাল পাব বুলি কিবা যুক্তি আছে নেকি? কেতিয়াবা এই মৃদুলদাই মাক

আৰু দেউতাক তোমাৰ কথা লগাইছে।

মই খুব সাৱধানে তোমালৈ লিখিছোঁ। ঘৰখনত মই যেন মস্ত কিবা এটা নকৰা কাম কৰি পেলালোঁ।

তুমি জানাই মৃদুলদা কল্পনাৰ কাহিনী। মৃদুলদাই কল্পনাক বিচা-ৰিছিল। কল্পনাই বিচৰা নাছিল। মৃদুলদাই শালিনতাৰ সীমা চেৰাই যোৱাত কল্পনাই ৰাজপথতে কৰিলে অপমান।

আঘাত পৰিল মোৰ গাত। তাক অপমান কৰোতে সন্মুখত আছিলা তুমি। কথাটো প্ৰচাৰ হোৱাত তোমাৰ বৰঙণি বুলিয়ে ধৰিয়ে লৈছে। মই যেন এটা ভয় লগা জীৱ। এনে ভাৱেই ইহঁতে মোক চাইছে আৰু দুটা বছৰ সোনকালে যাবলৈ নোকোৱা কিয় অৰুণদা? মোক তুমি ইহঁতৰ এই খন ঘৰৰ পৰা লৈ যোৱা না?

মোৰ দেহ মন যে তোমাৰ বাবেই আশা পাতি আছে অৰুণদা! তুমি কাহানিকৈ আহিবা? তুমি আহিবা নহয়? জানো মই উভতি তুমি আহিবা। মোক লৈ যা। কাৰণ মই যে বাট চাই থাকিম বেদনা আৰু মৰমেৰে। আমাৰ ভাল পোৱাত আছে বিশ্বাস আৰু সত্যতা এয়া জানো মই— তুমি মোক কাহানিও নঠগিবা। আৰু জানো তুমি তোমাৰ অবিহনে মই মৃত। আৰু যদি কাহানিবা আমি দুয়ো কৰো দুয়োকে প্ৰতাৰনা সম্ভৱ দুয়ো জীৱনত কোনেদিনে কাহানিও নোৱাৰিম কোনো মানুহকে বিশ্বাস কৰিবলৈ।

আমাৰ সেই আস্থা বিশ্বাস-ভালপোৱা চিৰদিন থকিব অৰুণদা!

কাৰণ মই ৰাখিছো সাঁচি তোমালৈ প্ৰণাম আৰু যাচিছো বুকুৰ মৰম।

অৰুণদা মোৰ!

—ইলা তোমাৰ

এই চিঠিখন পাই বেনাৰস খন ইমান ভাল লাগিছিল! মই ভাবিলোঁ তাই কাহানিও মোৰ পৰা নাযায়। পোন প্ৰথম বাৰৰ বাবে ইলাই সিদিনা 'ইলা তোমাৰ' বুলি লিখিছিল। আগৰ চিঠিত

'তোমাৰ' শব্দটো লিখা নাছিল।

কিন্তু ইয়াৰ পাছত তাই আৰু চিঠি নিদিয়া হ'ল। মই কেইবা-খনো চিঠি লিখিলোঁ, কিন্তু উত্তৰ নেপালোঁ। মই অধৈৰ্য্য হৈ পৰিলোঁ। বেনাৰসৰ জলবায়ু মোৰ বাবে যেন দূষিত হ'ল।

জহ-কালিৰ বন্ধত ঘৰলৈ আহি যেতিয়া ইলাক লগ ধৰিব বিচাৰিলোঁ — ইলাই মোক লগ নিদিলে লগ পাওঁতেও; তাই নামাতিলে। লগৰ বন্ধু কেইজনীৰ লগত ফুৰোতে তাই এক তাচ্ছিল্যৰ হাঁহি মাৰি গৈছিল! মোৰ সপোন দেখাৰ দৰে লাগিল। জহ কলিৰ বন্ধ হলেও মই ঘৰলৈ পোন্ধৰ দিনৰ বাবে আহিছিলোঁ। কাৰণ এই বন্ধত আমি বন্ধু কেইজনমানে দক্ষিণ ভাৰত ভ্ৰমণ কৰাৰ সিদ্ধান্ত লৈছিলোঁ।

ঘৰৰ পৰা যোৱাৰ আগতে ইলাৰ বিষয়ে খাটাং কৰি জানিবলৈ মই ইলাৰ বন্ধু বোছোনাৰক সুধিছিলোঁ। কিন্তু বোচোনাৰাই ইলাৰ মনৰ খবৰ দিব নোৱাৰিলে। এনে এটা বিৰাট পৰিবৰ্ত্তনত মোৰ ইলাৰ প্ৰতি এটা সন্দেহ উপজিল। বন্ধুৰ পৰা উপদেশ পালো…।

— মই তোমাক আগতে কৈছিলোঁ — ছোৱালী জাতটোৱেই এনে। পগলা কুকুৰেও নাকামুৰিব পাৰে—ছোৱালীয়ে কেইদিনমান খেলা কৰি যাওঁতে কামুৰিবই।

—আজিৰ পৰা ইলাৰ লগত তই অকোণো সম্বন্ধ নাৰাখিবি। তোক অকণো বাটত পায়ো নামাতিলে! তোৰ কিবা দাম নাই নেকি? তাইতকৈ তই বহুত ভাল ছোৱালী পাবি।

বন্ধুবৰ্গৰ এনেবোৰ কথা শুনি মই বেনাৰসলৈ আহিলোঁ। বোৱা এটা বছৰে ইলাৰ লগত মোৰ পত্ৰালাপ নাই। ইতিমধ্যে আমাৰ ঘৰত পৰিবৰ্ত্তন ঘটিল। মই প্ৰথমবাৰ এম,এ দিব নোৱাৰিলোঁ। ইলাই এইকালে অনাৰ্চ সহ উত্তীৰ্ণ হৈ শান্তিনিকেতনলৈ দৰ্শনত

এম, এ, পঢ়িবলৈ আহিছে। এই কথা ইমাই মোক জনোৱা নাছিল।

শান্তিনিকেতনৰ মৌন পথত মই এইবোৰেই ভাবিছিলোঁ। এই বহুল ৰাস্তাবোৰৰ কিবা অব্যক্ত বেদনা আছিল নে নাই — মই জনা নাছিলোঁ। অশোক চেটাৰ্জীৰ লগত কথাপাতি গৈছো। তেওঁ গোটেই চৌহদটো দেখুৱাই দিছে। ভাৰত কিয়, পৃথিৱীৰে বহুত দেশৰ ছাত্ৰ-ছাত্ৰী ইয়ালৈ জ্ঞানৰ সাগৰ দৰ্শন কৰিবলৈ আহিছে।

অসমৰো বহুতো আছে চিনাকিও আছে অসমীয়া ল'ৰা কেইটা-মানক পালো।

—অসমীয়া ছোৱালী ইয়াত কেইজনীমান আছে?

—বাৰজনীমান আছে বোধহয়। —অশোকে ক'লে।

—অসমীয়া ছোৱালী কিন্তু দেখোতে বৰ ধুনীয়া নহয়। মই গুৱাহাটীত ভুবহুৱে অসমীয়া ছোৱালী দেখিছো। — শান্তনুৱে মাত দিলে।

—সেই কাৰণেইতো অসমীয়া ছোৱালী এজনী বাছি লৈছোঁ।

অশোকে হাঁহি হাঁহি ক'লে। মুখত অলপ লাজ। অত্যন্ত খোলা ল'ৰা অশোক। তাৰ প্ৰেমৰ কথাও আমাক কবলৈ লাজ নকৰিলে।

— দেখিছ! অতপৰে তই কোৱা নাই কিয়? — শান্তনুৱে পাৰিলে এতিয়া অশোকক গৰা মাৰি ধৰে।

—আমাৰ লগত সেই ভাগ্যৱতীক পৰিচয় কৰি দিয়াত আপত্তি আছে নেকি? —ময়ো যোগ দিলোঁ।

—নাহে নাহে হব। তই জান শান্তনু, এই তিনিমাহ মই তোলৈ চিঠিয়ে দিয়া নাই! গতিকে তোক জনাব পৰা নাই। কিন্তু এটা কথা। অসমলৈ বিয়া কৰিবলৈ গলে আমি গৈ অৰুণ দাসৰ ঘৰতে উঠিব লাগিব।

—নিশ্চয় নিশ্চয়। সেইটো জানো কব লাগিছে?

—নামটো কি?

—ইমান সোনকালে কলে চাচ্‌পেন্স্‌ নাথাকিব। কিন্তু কওঁ বুলিছো, যেতিয়া কমেই। দাস যেতিয়া ইংৰাজী সাহিত্যৰ ছাত্ৰ আৰু ময়ো সাহিত্যৰে ছাত্ৰ, আমি ভালদৰে জানো— আমাৰ অন্তৰবোৰ আনতকৈ অলপ বেছি কোমল হয়। অনুভূতিয়ে আমাক সহজতে অৱশ কৰিব পাৰে।

—তোৰ আৰম্ভনিটো বাৰু নাটকীয় নে ঔপন্যাসিক? এনে 'সাহিত্যিক' পাতনিতো মই কাহানিও শুনা নাই। হব পাৰো ঃ ই বিজ্ঞানৰ ছাত্ৰ। অশোক, তই বোধহয় নাজান — আমাৰ লগত আছে তোৰ দৰেই অইন এটা সৃষ্টিশীল মগজু। সেই মগজুলৈ আহে সৃষ্টিৰ বাবে গভীৰ অনুভূতিৰ আঘাত। আঘাতে কৰে তাক চঞ্চল। এই চঞ্চল মানুহজন হ'ল শ্ৰীঅৰুণ দাস।

আমি গোটেই কেইটাই হাঁহি হাঁহি কথাবোৰ শুনি গলোঁ।

শান্তনুৱে আকৌ ক'লে—

—সাহিত্যিক প্ৰতিভা তাৰো আছে। সি অৱশ্যে গল্প লিখে।

— দাস যে এজন গল্প লিখক তই আতপৰে কোৱা নাছিলি কিয়। দেখিছ? ও· মই কোৱা কথাবোৰেৰে কিন্তু দাসে এটা গল্প লিখিব লাগিব।

মই হাঁহিলোঁ। অশোকক কথা কবলৈ সুযোগ দিলোঁ।

— মোৰ প্ৰথম দেখা এই শান্তিনিকেতনতে। এখন মিটিঙত আমাৰ প্ৰথম সাক্ষাৎ। প্ৰণয়াৰম্ভ প্ৰথম দৃষ্টিতেই। তোমালোকে নিশ্চয় জানা শান্তিনিকেতনৰ ছাত্ৰ-ছাত্ৰীবোৰ অলপ যেন অন্যমনস্ক। কিবা যেন কবি কবি ভাব। শান্তিনিকেতনৰ এই কালচাৰ্‌ থকা ছোৱালীকে মোৰো মনে বিচাৰে। পাই গলো। ভাল পালো। কিন্তু মই যিদিনাৰ পৰাই এওঁক দেখিছিলো, সিদিনাৰ পৰাই লক্ষ্য কৰিছিলো এওঁ যেন আনতকৈ অলপ বেছি অস্বাভাৱিক। কেশবিন্যাসও বৰণ নাই, মুখশ্ৰীৰ বাবে কোনো টয়লেটৰ ব্যৱহাৰ নাই; [illegible] এটা বস্তু যেন খুব বিচাৰিছে; কিন্তু পোৱা নাই বা পাই হেৰুৱালে এনে এক ভাব।

মোৰ মৰম লাগি আছিল সুবিধা অনুসাৰে কথা পাতিলোঁ। প্ৰথমতে কমকৈ—লাহে লাহে অনুপাত বাঢ়ি গ'ল। শেষত পত্ৰালাপ। উত্তৰ পাওঁ। তেওঁ বৰ কম কথা কয়। চিঠি বেছি লিখি অন্তৰৰ ভাবধাৰা প্ৰকাশ কৰে।

— ভদ্ৰ মহিলাৰ ভাষা নিশ্চয় কাব্যিক ?— হাঁহি হাঁহি শান্তনুৱে সুধিলে

—মুঠেই নহয় !

—তেন্তে ভাষাও সেই দুখৰেই অভিব্যক্তি নেকি —অলপ ঠাট্টাৰ সুৰত আকৌ শান্তনুৱে কলে।

— শান্তিনিকেতনত জানো কোনোবাই অশান্তি পায়। শান্তিৰ আলয় বাবেইটো আমাৰ এই ঠাই শান্তিনিকেতন।

—প্ৰেমাস্পদক পাইছে যেতিয়া ছোৱালীৰ দুখ আৰু ক'ত থাকিব পাৰে ? তই কি ভাব অৰুণ ?

—প্ৰেমৰ বন্যাত উটি যাব মনৰ যত ক্লান্তি অৱসাদ ! স্মৃতিত থাকিব লিখা কেৱল চুম্বনৰ শিহৰণ।—মই উত্তৰ দিলোঁ।

—'ক্লাছ' ! এইতো সাহিত্যৰ ছাত্ৰ।— গোটেই কেইটাই গিৰ্জনি মাৰি হাঁহি দিলে।

— আচ্ছা ! তাৰ পাছত ?—শান্তনুৱে সুধিলে।

—সঁচা কথা কবলৈ গ'লে মই তেওঁক হয়তো ইমান ভাল নাপালোঁ-হেঁতেন যদিহে তেওঁ আগতে প্ৰভাবিত হোৱা বুলি নুশুনিলোঁহেঁতেন। বেছ কিছুদিন এজন ল'ৰাই তেওঁক ভাল পাইছিল। ঘৰতে বোলে প্ৰথমতে আটাইৰে সন্মতি আছিল। কিন্তু শেষত এই সন্মতি উঠাই লোৱা হয়। ইয়াৰ মুখ্য কাৰণ দুটা। প্ৰথম তেওঁ ভাল পোৱা ল'ৰাটোতকৈ তুলনামূলকভাবে এজন ভাল লৰা ঘৰত ঠিক কৰি তেওঁক বিয়া দিবলৈ জোৰ কৰে তেওঁ মান্তি নহয়। ঘৰত তেওঁ জনাই দিলে — এম, এ, পাছ নকৰাকৈ কাৰো লগত বিয়াত সন্মত নহয় ! কিন্তু আচল ইচ্ছাতো — তেওঁৰ প্ৰেমিকজনকহে ইতিমধ্যে

এম, এ, পাছ কৰাই আনি বিয়া কৰোৱা। এইদৰে তেওঁ যেতিয়া এখন নতুন সংসাৰ ৰচনা কৰিবলৈ কল্পনা কৰি আছিল — হঠাৎ তেওঁ এদিন গম পালে — আগৰ প্ৰেমিকজনে তেওঁক কোৱা কথাবোৰ সচা নাছিল।

—তাৰ মানে? — শান্তনুৱে সুধিলে।

—অৰ্থাৎ সেই ল'ৰাজনে কেৱল তেওঁকে ভাল পোৱা নাছিল— আন এজনীকো ভাল পাইছিল বুলি তেওঁ জানিলে। এনেকি তলে তলে সেইজনীকে হেনো বিয়া কৰাবলৈও তেওঁ মনে মনে ঠিক কৰিছিল। তেওঁ প্ৰতাৰিত হ'ল। কাৰণ এওঁৰ আগত তেওঁ সদায় কৈছিল তেওঁৰ প্ৰেম কেতিয়াও 'ভাইনমিক' নহয়। এওঁ ব্যৰ্থ হল। আটাইতকৈ প্ৰিয়জনেই যিদিনা এওঁক প্ৰতাৰণাৰ যন্ত্ৰণা দিলে সিদিনাৰে পৰা জগতখন ঠগ প্ৰৱঞ্চনাৰ স্থান বুলি তেওঁ গ্ৰহণ কৰিলে। পুৰুষৰ প্ৰতি তেওঁৰ বিশ্বাস হেৰাই গ'ল। ভাবিলে — এই ল'ৰাবোৰে ভাবোচ্ছাসত কয় এটা; কিন্তু বাস্তৱ ক্ষেত্ৰত সিহঁতৰ পাকে ছোৱালীয়ে নুজিব নোৱাৰা এখন অসুৰ। বিচ্ছেদত ক্ষত-বিক্ষত হৈ ঘৰখন একেবাৰে ভাল নলাগা হ'ল। দেউতাকহঁতে ঠিক কৰা ল'ৰাজনবো ইতিমধ্যে আন ছোৱালীৰ লগত বিয়া হৈ গ'ল। কাৰণ তেওঁ শেষলৈ এই বিয়াত সন্মতি দিয়া নাছিল। ঘৰত পালে — বংশলৈ কলঙ্ক অনাৰ অপযশ। লাহে লাহে সিহঁতৰ প্ৰেমৰ নাটকখনো নহতে জানিব পাৰিলে। ক'তো ভাল নলগা হ'ল। নিৰ্জনতো। মানুহৰ মাজতো!

বি-এ পাছ কৰাৰ পাছতেই তেওঁ ঠিক কৰিলে — গুৱাহাটী বিশ্ববিদ্যালয়ত তেওঁ নপঢ়ে। দূৰলৈ যাব। য'ত গ'লে ঘৰৰ আৰু লোকৰ ইতিকিং চাঁহিয়ে চুব নোৱাৰিব। কৰায়েকহঁতৰ গালি শুনিব।

এই খিনিতেই কৈ থওঁ — তেওঁৰ প্ৰিয়তমে ভালপোৱা ছোৱালী—জনীও এইখন চহৰৰে। এই সুযোগতে সেইজনৰ দৰ্শনৰ পৰাও

তেওঁ আঁতৰি থাকিব পৰা হব বুলি ভাবি শান্তি বিচাৰি এই শান্তি-নিকেতনলৈ আহিল।

বিশ্বভাৰতীত লগ পালে বহুতকে। বহুত পুৰুষৰ সন্নিধ্যত তেওঁ মাজে মাজে ভাৱে — মোৰ প্ৰিয়তমে যদি মোক এৰি অমাৰ সান্নিধ্য বিচাৰিব পাৰে তেওঁ কিয় নোৱাৰিব? তেওঁ কিয় নোৱাৰিব? তেওঁ কিয় বাস্তৱক আঁকোৱালি নলব? সেইবাবেই তেওঁ মাজে মাজে অতি ভাৱপ্ৰৱণ হয়। মোৰ বুকুখনত মাজে মাজে আশ্ৰয় বিচাৰি তেওঁ ফেকুৰি উঠে। কান্দি কান্দি কয়—

—অশোকদা! তুমিও জানো মোক এৰি পলাবা! তুমি মোক নেৰিবা দেই। তোমাক মই সকলো খুলি কৈছোঁ। তুমি মোক তাৰ পাছতো গ্ৰহণ কৰিলা। তুমি উদাৰ। পুৰুষৰ দৰেই তোমাৰ চিত্ত। তুমিও যদি মোক প্ৰতাৰণা কৰা— মই বুজিম এইজগতৰ পৰা মনুহৰ স্নেহ প্ৰীতি চিৰকালৰ বাবেই বিলুপ্ত হৈছে, কিন্তু তুমি কিয় প্ৰমান নকৰা যে এতিয়াও প্ৰণয়-প্ৰীতি মানুহৰ অন্তৰত আছে।

মই তেওঁক কথা দিলো— পাঁচ মাহ পাছত মোৰ এম-এ ফাইনেল শেষ হোৱাৰ পাছতেই মই তেওঁক আমাৰ ঘৰলৈ বধুৰূপে আনিম। তেৱোঁ সন্মত হ'ল। কিন্তু আচৰিত কথা কি জানা— তেওঁৰ অন্তৰৰ নিভৃত কোণত এতিয়াও আগৰ ল'ৰাজনৰ প্ৰতি প্ৰাণৰ টান আছে। এটা অদ্ভুত মনস্তত্ত তেওঁ ভুগিছে। তেওঁ জানে— এই জীৱনত হয়তো আগৰ সেই মানুহজনক আৰু নাপায়; বা তেওঁ আগবাঢ়ি আহিলেও তেওঁ আৰু গ্ৰহণ কৰিব নোৱাৰে। তথাপি এওঁ তেওঁৰ বাবে মাজে মাজে উদগ্ৰীৱ হৈ উঠে। তেওঁৰ বিৰুদ্ধে একো বেয়া কথা কবলৈ নিদিয়ে। এনেকি তেওঁৰ নামটোও মোক আজিলৈ নজনালে।

—অদ্ভুত নাৰী মনস্তত্ব! —এটা দীঘল নিশ্বাস এৰি শান্তনুৱে কৈ উঠিল।

—তহঁতৰ জীৱন সুখৰ হওক! তোৰ ইমান উদাৰতা দেখি মই আজি স্তব্ধ হৈছো অশোক। —শান্তনুৱে অশোকলৈ চাই আছিল।

—উদাৰতা একো নাই। পৰিত্যক্তক পৰিগ্ৰহণ। আচৰিত কথাটো হ'ল — তেওঁৰ ককায়েকে যিজনী ছোৱালীক ভাল পাইছিল সেই-জনীৰ লগতে এই লৰাজনৰো প্ৰণয় আৰম্ভ হৈছিল আৰু যেতিয়া তেওঁ এই কথাৰ সম্ভেদ পালে তেতিয়াৰ পৰাই লৰাজনৰ লগত কোনো সম্বন্ধ ৰখা নাই। এনেকি এখনি পত্ৰও দিয়া নাই। বিশ্বাসঘাতক কিম্বা অইন গালি পাৰিও লিখা নাই। দেখাদেখি হওঁতেও কথা কোৱা নাই। তেওঁক মাতোতেও তেওঁ উত্তৰ দিয়া নাই। নীৰবে সহ্য কৰি শান্তিনিকেতন আহি পালে। প্ৰসঙ্গতঃ কৈ থব পাৰি যে বিয়াৰ বাবে দেউতাকহঁতে লৰা এজনো চাইছিল। তেওঁ যেতিয়া একোতে সন্মত নহল তেতিয়া ককায়েকে এদিন কলে।

—নিজে নিজে যদি প্ৰেমৰ নামত জলাজুইত মৰিব খুজিছ মৰ। আমাক পাছত দোষ নিদিবি। দেউতাহঁতে ঠিক কৰা ডাক্তৰ অলকেশ বৰুৱা তোৰ মনত বেয়া হ'ল। তই ভাবিছ তই বিচৰা 'ডেভিল'টোৱে তোকে বিচাৰিছে? কিন্তু কল্পনাক গৈ সোধ! তাই মোক খেদি পঠিয়ালে কিয়? তই ভাল পোৱা ডেভিলটোক কল্পনায়ো ভাল পায়। সিও তাইকৈ বিচাৰে— তোক নহয়। তুই ঘৰে এতিয়া একমত।

— ককায়েকটোৰ কি নাম? —মই যেন সচকিত হৈ সুধি পঠিয়ালো।

—কিয় —তুমি চিনি পোৱা নেকি? —মৃদুল চৌধুৰী! গুৱাহাটীৰ পানবজাৰৰ।

—"ইউ ভিলেইন – ডেভিল" —মই উন্মাদৰ দৰে চিঞঁৰি দিবলৈ খুজিছিলোঁ। মোৰ মূৰটো ঘূৰাইছিল। শান্তনুৰ হাতত ধৰিছিলোঁ। দাঁত মুখ কামুৰি একো কব নোৱাৰা হৈছিলোঁ।

—তুমি চিনি পোৱা নেকি? তুমিতো গুৱাহাটীৰ। চিনি পাবও

পাবা।

অশোকে মোক বাবে বাবে সুধিছিল।

কথাবোৰ মোৰ কাণলৈ গৈছিলনে নাই মই আজিও কব নোৱাৰোঁ।
মই কিন্তু অশোকক পাবিলে টেঁটুত চেপা মাৰি ধৰি কব খুজিছিলোঁ।

—মই চিনি পাওঁ। স্বেক্সপীয়েৰৰ ওথেলোৰ 'আয়াগো' চৰিত্ৰতকৈও এই মৃদুল চৌধুৰীৰ চৰিত্ৰ বেছি ঘিণলগা; বেছি কুৎসিত। কল্পনা বকৱাই তাক কুকুৰৰ দৰে খেদি দিয়াত আত্মগ্লানিৰ তৃপ্তি ললে ভনীয়েকক বিশ্বাসঘাতকতা কৰি। মই কল্পনা বকৱাক কোনো দিনে ভাল পোৱা নাই; কিন্তু সি কোৱামতে কল্পনাই তাক ভাল পাবলৈ মই অলপো সহায় কৰিব নোৱাৰিলোঁ। বিহুত নাটক কৰোঁতে কল্পনা মোৰ প্ৰেয়সী হৈ পাছত স্ত্ৰী হোৱা বাবেই মৃদুলে মোক দেখিব নোৱাৰা হৈছিল। মই কৰা 'বোলটো' মৃদুলে কৰিব নোৱাৰিলে। কল্পনাহঁতৰ ঘৰলৈ মোক মৃদুলৰ আগত কেবাদিনো মাতিছিল — মৃদুলৰ উপস্থিতিত; কিন্তু মই যোৱা নাছিলোঁ। মৃদুলে এই কথাবোৰ এনেকৈ সজাইছিল।

মোৰ অন্তৰত যেন কিছুমান জ্বলা অওঠাহে অশোকে সোমাই দিছিল এনে অনুমান হৈছিল।

—ইমান সময়ে তুমি ভাবিয়ে নেপালা— শান্তনুৱে সুধিলে।

—বাক বাক —মই ডেওঁৰ নামটো কৈছো। —ইলা চৌধুৰী!

—চিনিপোৱা –অশোকে হাঁহি হাঁহি লাজ লাজ কৰি সুধিলে।

—গুৱাহাটীত কত ছোৱালী আছে, কোনে কাৰ খবৰ ৰাখে। আমি জানো কলিকতাৰ সকলো ছোৱালীকে চিনি পাওঁ? –শান্তনুৱে কই উঠিছিল।

—মই বাক ইলাৰ সৈতে চিনাকি কৰি দিম। সন্ধিয়াৰ আগে আগে সিহঁত ওলায়। সন্ধিয়া হৈ আহিছে, গুৱাহাটীৰ ল'ৰা দেখি

ইলাই খুউব ভাল পাব। তোমালোকৰ গুৱাহাটীৰ ইয়াত চাৰীজনী ছোৱালী আছে। হোষ্টেলৰ ফালে যাওঁ —বলা এতিয়া

—আগতে তোমালোকৰ বিয়া খনি হৈ যাওক, পাছত চিনাকি হম। এতিয়া নহয়। ইয়ালৈ পঢ়িবলৈ আহি প্ৰেম কৰা বুলি নিজৰ ঠাইৰ ল'ৰাই জানিলে লাজ কৰিব পাৰে। আঘাতো পাব পাৰে। এনেয়ে বহু আঘাত পাইছে, ইয়াতকৈ আৰু বেছি আঘাত দিব নোৱাৰি। আৰু এটা কাম তুমি কৰিবা। গুৱাহাটীৰ কোনোবা ল'ৰাক লগ পাই এইবোৰ কথা বুলি ইলা চৌধুৰীক নকবা। নাৰীমনে কথাবোৰ প্ৰকাশ হৈ যোৱাতকৈ মনতে ৰখাতো বিচাৰে। ভুলপথি তুমি সকলোকে কোৱা বুলি জানিলে তোমাৰ ওপৰতো আস্থা কমিব পাৰে। ভবিষ্যত জীৱনলৈ শুভেচ্ছা থাকিল। এতিয়া পাঁচ বাজি গ'ল। ছয় বজাত ট্ৰেইন বোলপুৰলৈ ইয়াৰ পৰা বিজ্ঞাবে গৈ ট্ৰেইনতৰ উঠিব লাগিব। এতিয়া তোমালোকৰ পৰা বিদায় লৈছো। সন্ধিয়া নামি আহিছে এতিয়া। তুমি গৈ তাৰ আগতে তেওঁক লগ ধৰা।

বিদায়ৰ সম্ভাষণ জনাই অশোক গ'ল।

শম্ভুনুৱে মোক বাটত সুধিছিল-

—শান্তিনিকেতন তাৰ কেনে লাগিল?

—ইয়ালৈ আহিলে জীৱনৰ বাবেই শান্তি হেৰুৱাব লাগে!

—তাৰ অৰ্থ?

—ইলা চোধুৰীৰ কথাকে নাভাব কিয়? শান্তিনিকেতন আটাইৰে বাবে শান্তিৰ নিকেতন নহয়!

আমাৰ বিজ্ঞাৰ চকাবোৰ ঘূৰি আছিল। বোলপুৰ ষ্টেচন পাওঁতে দেখিছিলোঁ দিনৰ সূৰুযটো কেনিবা হেৰাই যাব খুজিছিল। সন্ধিয়া লাহে লাহে নামি আহিছিল!

# হাচিনা বিবি

হাসিনা বিবি, বমজান, আলী আটাইকে বহুৱাই লম । তাব পাছত হাতব পবা বাতবি কাকতখনি উলিয়াই দীৰ্ঘস্ববে পঢ়া আবন্ত কৰিম।

পাচনীয়াব অস্তিত্ব বিপদাপন্ন। তিনকোনীয়া চব নিশেঃষ; মোহনপুৰ নদীব গবাহত— এইবোৰ কথা ছপা হৈ ওলোৱা বুলি যেতিয়া বুজিবলৈ পাবিব তেতিয়া অইন একো নহলেও মই যে একো নকবাকৈ থকা নাই সেয়া অন্ততঃ বুজি পাব। সেইবাবেই মই লগত বাতবি কাকতখনি লৈ আহিছিলোঁ, যদিও থবৰৰ ফালৰ পৰা কাকতখনি কেবাদিনৰ পুৰণি।

অৱশ্যে ঘৰত যেতিয়া বমজানহঁতৰ আগত থবৰৰ কাকত আওবাই আওবাই পঢ়াৰ কথা কৈছিলোঁ, ভনী জনীয়ে তেতিয়া মোক হাঁহি হাঁহি কৈছিল।

—তুমি ৰিপোৰ্টাৰ হৈ ইকালে সিকালে ঘূৰি ফুৰিলে কি হব; যি অঁকবা সেই অঁকবাই হৈ আছা। চকবা মানুহেনো কববাত বাতবি কাকত পঢ়িব পাবে?

—মই পঢ়ি দিম; সিহঁতে শুনিব।

—সিহঁতক শুনাব নালাগে। তাতকৈ এতিয়া নতুনকৈ হোৱা তোমাৰ এম, এল, এ, বন্ধুজনকে ভালকৈ শুনাবা, বাইজৰ প্ৰতিনিধি সকলক শুনাবা, চবকাৰক শুনাবা। সিহঁতৰ সমস্যা হৈছে নদী ভঙা। এই থহনীয়া বন্ধ হলেই সিহঁতৰ শান্তি।

মনতে ভাবিছিলোঁ— এবা কথাতো একেবাৰে নাই। মনতে এটা অঁকৰা হাঁহি মাৰি দিলোঁ। তাৰ পাছতেই ভনীজনীয়ে হাচিনা বিবিৰ খবৰটো দিছিল। বুকুখন চিৰিং কৰি উঠিছিল। তাৰমানে হাচিনা বিবি গ'ল। সেই তিনকোণীয়া চৰৰ হাচিনা বিবি, যাক মই বাল্যা-বধি "দিদি" বুলি মাতি আহিছো, যিয়ে মোক 'ভাইজান' বুলি সদায় মৰম কৰি আহিছে, জীৱনৰ সুখে দুখে মোক দোৱা কৰি আহিছে-সেই হাচিনা বিবি আমাৰ চিনাকী তিনকোণীয়া চৰত আৰু নাই !

কিন্তু হাচিনা বিবিৰ যে মানাহৰ দাঁতিৰ এই তিনকোণীয়া চৰৰ পৰা যাবলৈ একেবাৰে ইচ্ছা নাছিল সেই কথা মই বহু সময়ত প্ৰত্যক্ষ কৰিছিলোঁ।

বাস্তৱি কাকতখনি হাতৰ পৰা থৈ খন্তেকতে মোৰ মনটোৱে এক দূৰ অতীতলৈ উৰা মাৰি হাচিনা বিবিৰ পূৰ্ব্ব পুৰুষসকলৰ এক দৃশ্য কল্পনা কৰি লৈছিল। সেই কল্পনাক মূৰ্ত্ত কৰি তুলিছিল আমাৰ ককাদেউতা, দেউতাহঁতৰ পৰা কিছুমান শুনা কথাই।

হাচিনা বিবিহঁত গাঁওখিচাবে আমাৰ পাচনীয়াতে থাকিলেও সিহঁত আছিল চৰ অঞ্চলত। দেউতাহঁতৰ পৰা শুনামতে বিংশ শতিকাৰ প্ৰথম দশকৰ পৰা দ্বিতীয় দশকৰ ভিতৰতে আমাৰ গাঁৱৰ দক্ষিণে থকা এই চৰবিলাকলৈ হাচিনা বিবিৰ নানাজান আব্বাজানহঁত দল বান্ধি আহিছিল। অৱশ্যে দিদিৰ আব্বাজান ৰহিম মিঞাৰ জন্ম আমাৰ গাঁৱৰ ওচৰতে হৈছিল। ভাটিৰ ফালৰ পৰা অহা বাবেই হয়তো আমি এই মুছলমান মানুহখিনিক "ভাটিয়া" বুলিছিলোঁ। চৰত বাস কৰে বাবে সিহঁতৰ অন্য এটা নাম আছিল 'চৰুৱা'। কিছুমানে কয় 'মিঞা' বুলি।

হাচিনা বিবি অইনৰ বাবে সেই পমুৱা সকলবেই একজনী ভদ্ৰ

সিহঁতৰ ঘৰখনৰ লগত আমাৰ দীৰ্ঘদিন ধৰি যি এটা সম্বন্ধ গঢ়ি উঠিছিল সেই সম্বন্ধৰ আন্তৰিকতাত 'হিন্দু-মুছলমান' এইবোৰ কথাই স্থান নাপাইছিল। আমাৰ ঘৰত আমাৰ বাবে সেইবাবেই ছাচিনা বিবিৰ এটাই পৰিচয় আছিল— সেয়া আছিল 'দিদিৰ' পৰিচয় আৰু সেই বাবেই দিদিহঁত যেতিয়া গাঁৱৰ পৰা 'আমটেঙা' ৰিজাৰ্ভলৈ উঠাদি যাবলৈ খুজিছিল তেতিয়া আমি গোটেই কেইটাই বাধা দিছিলোঁ। তাইৰ প্ৰতি আমাৰ আব্দাৰ আছিল এক সম্পূৰ্ণ বেলেগ ধৰণৰ। তাইবো আমালৈ দৰদ আছিল এক অন্য জগতৰ। আমটেঙালৈ যাবলৈ ওলোৱাৰ আগমুহূৰ্তৰ কথাবোৰ এতিয়াও মনত পৰে।

—ভাইজান! নদীয়েতো চৰ খহাই নিলে, এতিয়া আৰু গাঁও নেৰিলে ৰক্ষা নাই।

—তই গাঁও এৰি ক'ত মৰিবলৈ যা?

—ঠিকেই ভাইজান! গাঁও এৰি মৰিবলৈ যোৱাই হব। কি কৰিম! ইমান চখৰ ঘৰ জানো এৰিবৰ মন যায়। কত হা-হুতাশ কৰি এই ঘৰ সাজি আছো তাক কি ভাঙিবৰ মন যায়! কিন্তু কি কৰিম চা। গাঁওৰ হায়দৰ, আব্বাস মিঞা, চামাদহঁত ইতিমধ্যে আমটেঙালৈ গ'ল। একেবাৰে নদীৰ দাঁতিত আমি মাত্ৰ দুঘৰ আছো। লগৰ কিছুমানে পাহাৰ পালে, বাকীবোৰৰ বেছিভাগ এতিয়া গৈ আমটেঙাত ঘৰ বনাই জমি কৰি ল'লে।

—নদীয়ে এতিয়াও চৰ খহাই আছে নেকি?

আমাৰ পুবৰ খুচুকইতৰ ঘৰ নদীয়ে কালি খহাই নিলে। আৰু দুইকুৰিহাত মান গ'লেই আমাৰ ঘৰ যায়।

—তই আমটেঙালৈ গৈ থাকিব পাৰিবি? আমালৈ মনত নপৰিব?

—ভাইজান! মই কাক কম, কোনে পতিয়াব! মবিবৰ অন্ত দিল নাকান্দে, যিমান কান্দে তইঁতক এবি যোৱাৰ চিন্তাত। তই বৰ দিদি— ছোটদিদি চৰ সৰু সৰু। ছোৱত দিদি একেবাৰে বাচ্চা। তেতিয়াৰ পৰাই তহঁতৰ মাটিত আমি খেতি কৰিছো। তাৰো আগত আলীৰ আব্বাজানে চৰত হাল মাৰিছে। সেই আলিৰ আব্বাজানৰ নানাজানে ইয়াতে আহি প্ৰথম নাঙল ধৰিছিল। মোৰ সেই নানাজানহঁতে বনাই যোৱা, আলীৰ আব্বাজানে খেতি কৰা জমিৰ মায়া এৰি আমটেঙাবৈ কি যাবলৈ মন যায় ভাইজান!

দিদিৰ এই প্ৰশ্নৰ উত্তৰ মই দিব পৰা নাছিলোঁ। আমাক এৰি যাবলৈ দিদিক কবলৈ মোৰ সাহসো নাছিল। বাল্যাৱধি যি হাচিনা বিবিক আমি লগ পাইছো, যাৰ নানাজানৰ দিনৰ পৰাই আমাৰ ঘৰৰ লগত নিবিড় সম্বন্ধ, সেই হাচিনা বিবিক ইয়াৰ পৰা যাবলৈ অনুমতি দিয়া মানেই যেন এটা অতীতৰ ইতিহাসক ব্ৰহ্মপুত্ৰৰ গৰা-খহনীয়াত উটি ভাঁহি যাবলৈ দিয়া।

সেই ইতিহাস আছিল হাচিনা বিবিৰ পূৰ্বপুৰুষে মৈমনসিংহৰ মাটিৰ মায়া এৰি পাচনীয়াৰ তিনকোনীয়া চৰক আপোন কৰি লোৱাৰ ইতিহাস। হাচিনা বিবিৰ নিজৰ ইতিহাস। সেই ইতিহাসৰ পাত লুটিয়াই চাই আমটেঙা বিজাৰ্ভলৈ যোৱাৰ কথা ভাবিলেই হাচিনাবিবিৰ চকু সেমেকি উঠে। কাৰণ সিহঁতে তিনকোনীয়া চৰক এৰি যাব কেনেকৈ? সিহঁত যে ইয়াৰ মানুহ, তিনকোনীয়া চৰৰ সেউজ বৰ্ত্তীন পৰাৰ সিহঁতৰ মেহনতী হাতৰ পৰশত ঠন ধৰি উঠিছে। ইয়াতে হাচিনা বিবিৰ আলী, মামুদ, কুটুব আৰু শাকিন. তিনি বেটা আৰু এক বেটীৰ জন্ম! ইয়াতে আলীহঁতৰ আব্বাজান কৰিম বক্সৰ জন্ম, ইয়াতেই হাচিনা আৰু কৰিম বক্সৰ বাপেকৰ জন্ম।

যদিও হাচিনা বিবিৰ নানাজান জব্বৰ মুন্সী মৈমনসিং জিলাৰ পৰা কোনদিনাখন ব্ৰহ্মপুত্ৰৰ উজনি পানীত নাও উজাই আহি আহি ব্ৰহ্মপুত্ৰ মানাহৰ সঙ্গমস্থলী এই তিনকোনীয়া চৰত নাও চপাই-ছিল, কেতিয়া ইয়াতে জুপুৰি বান্ধিছিল সেই কথা মনত নাই, সেই জব্বৰ মুন্সীয়ে সাজি থোৱা ভেটিৰ মাটিখিনি দেখাৰ কথা তাইৰ আজিও মনত পৰে। তাইৰ নানাজানৰ পৰা তাইৰ শাকিনাই দিয়া নাতিৰ দিনলৈ পাচোটা পীৰিয়ে এই চৰক ভাল পাইছে, এই মানাহৰ পানী পান কৰিছে, এই ব্ৰহ্মপুত্ৰৰ বিশুদ্ধ বতাহে সিহঁতৰ ক্লান্ত দেহক জুৰ পেলাইছে— সেই তিনকোনীয়া চৰক এৰি হাচিনা বিবিয়ে নিজৰ ইতিহাসক লোপ হবলৈ দিব নোৱাৰে।

সেইবোৰ বহুত কথা। হাচিনা বিবিয়ে আমাককোৱা কথা নহয়। আমাৰ দেউতা ককা-দেউতাহঁতৰ মুখত শুনা কথা।

আমাৰ ককা-দেউতাহঁতৰ মনত পৰে হেনো। তেওঁলোকৰ যেতিয়া বাল্যকাল তেতিয়াই হেনো আমাৰ চৰবোৰলৈ চকৰা বিলাক আহে। জব্বৰ মুন্সীও তেতিয়াই আহে। আমাৰ গাঁৱৰ চৰততো দূৰৰে কথা গাঁৱতে তেতিয়া ভাল এটা ৰাস্তা নাছিল। বৰ্ত্তমানে যিটো গড়কাপ্তানি বিভাগৰ ৰাস্তা তাৰ নামনিৰ পৰাই নদীৰ পাৰলৈ অটব্য হাবি আছিল। ভাত দিনতে বাঘে গৰু টানি নিছিল। অকলে অকলে ব্ৰহ্মপুত্ৰৰ ঘাটলৈ গা ধুবলৈ গলে ঘৰিয়াল-কুম্ভীৰৰ পৰা ৰক্ষা পৰিলেও উভতি আহোঁতে বাঘৰ পৰা সাৰি অহা ভাগ্যৰ কথা আছিল। সেইবোৰ আজিৰ বাঘ নেদেখা মানুহে ভাবিব নোৱাৰা কথা।

তেতিয়া চৰ মানেই আছিল হিংস্ৰ জন্তু জানোৱাৰৰ জংগল

বাসস্থান। সেই অটব্য হাবি চৰলৈ অকলে-অকলে যোৱা মানেই আছিল বহুতো সময়ত নিশ্চিত মৃত্যু। জব্বৰ মুন্সী, জাকৰ মিঞাহঁতে আহি সেই চৰতে প্ৰথম নাও বান্ধিছিল। সিহঁতেই সেই হাবি বন কাটি, গছ-গছনিৰ শিপা তুলি তুলি সেই হিংস্ৰ জানোৱাৰৰ লীলাভূমিক কৰি তুলিছিল মানুহৰ ক্ৰীড়া-ভূমি। প্ৰভাতী-পৰৰ পৰা আসূৰ্য্যাস্তলৈ কপালৰ ঘাম মাটিত পেলাই সেই মাটিক কৰি তুলিছিল খেতিৰ জমিন। নল-খাগৰি কাটি কাটি তাত সিঁচিছিল মৰাপাটৰ গুটি। ঝাঁউ গছৰ মূৰা তুলি চটিয়াইছিল আহু— ধেঁহুৰ বীজ; বিৰিণাৰ জোপোহা পুৰি পুৰি তাত কৰিছিল চিনা— খেতি। ব্ৰহ্মপুত্ৰ মানাহৰ বাৰিষাৰ সোঁতে তিনকোনীয়াৰ পানীত সেই সাকৰা মাটিত আঘোণী পুৱাত সৰিয়হৰ হালধীয়া ফুলে হাঁহি হাঁহি সুৰুষৰ বঙা পোহৰক নমস্কাৰ জনাইছিল আৰু সেই জব্বৰ মিঞা জাকৰহঁতৰ খন্তিয়ে মাটি খুচুৰি পকাই তুলিছিল বঙা বিলাহী, জলকীয়া, আলু, কবি, পিয়াজ, আৰু কত শইচ সেই পথাৰত! এই তিনকোনীয়া চৰৰ মাটিৰ প্ৰেমতেই জব্বৰ জাকৰহঁতে মৈমনসিঙৰ কথা পাহৰি গ'ল, সিহঁতে ইয়াতে কবৰ ললে; কবৰ ললে জাকৰৰ বেটা হজৰতে, তাৰো বেটা হাচিনা বিবিৰ মৰদ কৰিম বক্সে— সিহঁত তিনকোনীয়া চৰৰ গোৰস্থানতে— ইয়াতেই থাকি গ'ল।

এই মাটিৰ বাবেই হাচিনা বিবিৰ ভায়েকহঁতে কতবাৰ দা-কাঠিও লৈছিল। সীমালৈ কাজিয়া হোৱাত মানুহ খুন কৰাৰ অপৰাধত এটা ভায়েকে এবাৰ জেলো খাটিছিল। দেশ বিভাজনৰ পাছত সাম্প্ৰদায়িক অশান্তি হোৱাত এই চৰ এৰি যাব লগীয়াও হৈছিল; কিন্তু মাটিৰ মায়াত সিহঁত আকৌ তিনকোনীয়া চৰলৈ উভতি আহিছিল। সেইদিনা উভতি আহি সিহঁতৰ লগজানহঁতে অসমত কৰি যোৱা কেৱল জুলুমিবোৰ হয়তো পোৱা নাছিল। সাম্প্ৰদায়িক

অশান্তিত ঘৰবোৰ ভস্মীভূত হৈছিল। খেতিবোৰ নাইকিয়া হৈছিল, গোহালিবোৰ উদং হৈছিল। তথাপি সিহঁতে তাৰ বাবে প্ৰতিবাদ কৰা নাছিল। গৃহভস্মৰ মাজত বৃদ্ধ পিতৃ-মাতৃ আৰু শিশু সন্তানক লৈ শূন্য খেতি পথাৰ আৰু উদং গোহালি দেখি সিহঁতে মাথো চকুলো টুকিছিল। কিন্তু সিহঁতে জানিছিল মেহনতী কিষাণৰ বাবে চকুলোৰ কোনো দাম নাছিল। দাম আছিল নাঙলৰ ফালে পৃথিৱীক কৰ্ষণ কৰোতে দেহৰ পৰা যি ঘাম ওলাইছিল — সেই ঘামৰ। সিহঁতে কান্দিবলৈ পাহৰি গৈছিল, দেহৰ পৰা আৰু নতুন শক্তিৰে পৰিশ্ৰম কৰি নতুনকৈ ঘাম বোৱাবলৈ সিহঁতে উদ্যম পাইছিল। এইবোৰ হাচিনা বিবিৰ আজিও মনত আছে অৰু সেইবাবেই তিন-কোনীয়া চৰ এৰি যাব লগা হৈছিল হাচিনা বিবিৰ।

সাধাৰণ নিৰ্ব্বাচনৰ আগে আগে তিনকোনীয়া চৰৰ বহুত মানুহেই আমটেঙা বিজাৰ্ভলৈ বসতি কৰিবলৈ গৈছিল। তিনকোনীয়াৰ নদী খহনীয়া মানুহক তাত মাটি দিছিল। যোৱাবাৰৰ বানপানীৰ সময়ত গৰা-খহনীয়াই প্ৰবল ৰূপ ধাৰণ কৰিছিল। শশ খেতিয়ক গৃহহীন হৈছিল। অৱশেষত চৰকাৰে ভুটানৰ সমীপবৰ্ত্তি আমটেঙা বিজাৰ্ভটো নদী ভগনীয়া সকলৰ বাবে এৰি দিছিল।

হাচিনা বিবিক আমাৰ গাঁও এৰি যোৱাৰ দিনা মই লগ পাব নোৱাৰিলোঁ। আগত সাধাৰণ নিৰ্ব্বাচন হেতু মই নিৰ্ব্বাচনৰ আগে আগে গোটেই অসমখনতে ঘূৰি পকি নিৰ্ব্বাচনী সমীক্ষা লিখিব লগা হৈছিল। এখনি প্ৰতিষ্ঠিত কাকতৰ 'বিশেষ সংবাদদাতা' হিচাবে মোৰ ওপৰত এই গুৰু দায়িত্ব পৰাত স্বাভাৱিকতেই হাচিনা বিবিক অসমৰ হেজাৰ হেজাৰ জনতাৰ মাজত হেৰুৱাই পেলাইছিলোঁ। মই তেতিয়া ব্যস্ত আছিলোঁ — তিনকোনীয়া চৰকলৈ নহয়; সদায় ঘূৰি ঘূৰি ৰাজনীতি জগতৰ বহুতো ৰথী মহাৰথীৰ ভাগ্য নিৰ্ণয় কৰি

সমীক্ষা লিখাত।

অৰণ্যে আমাৰ নিজৰ সম্পত্তিত মোৰ এক বন্ধুয়ে প্ৰতিদ্বন্দিতা কৰিছিল। তেওঁৰ হৈ কেনভাছিঙতো নামিছিলোঁ। সেই বাবেই গাঁৱৰ ঘৰতে কেইদিনমান থাকিব লগাত পৰিছিলোঁ। হাচিনা-বিবিক তেতিয়াই শেষ বাৰৰ বাবে লগ পাইছিলোঁ।

হাচিনা বিবিৰ আজি যিয়েই নহওক তাই আছিল হাজী ৰহিম মিঞা মাতব্বৰৰ বেটি; কৰিম বক্স দেৱানীৰ বিবি!

নদীয়ে ভাঙি নিয়াৰ আগতে সিহঁত চৰ অঞ্চলৰ দস্তুৰমত প্ৰতিপত্তি থকা মাতব্বৰ মানুহ আছিল। দেৱানৰ জীৱিত কালত সিহঁতৰ মহৰ বাথানৰ গাখীৰৰ টেকা মাৰিব পৰা অইন বাথান দ্বিতীয় এটা এই মুলকত নাছিল। মহৰ গাড়ী, নাও, জাল-জখালে সিহঁতৰ ঘৰ অঞ্চলটোৰ ভিতৰতে চাব লগীয়া আছিল। চৰত থকা ডাঙৰ মছজিদটো হাজি ৰহিম মিঞাই সাজি দিছিল।

এবাৰ সিহঁতৰ ঘৰত ডকাইতি হয়। কৰিম বক্সে তেতিয়া কেবাটা ডকাইতক ঘায়ল কৰিছিল। নিজৰ বাচ্চাক বচাবলৈ গৈ বেচেৰাই নিজৰ জীৱন কুৰ্ব্বানী দিব লগা হয় আৰু লগে লগে আৰম্ভ হয় সিহঁতৰ সুখৰ জীৱন। সেই বছৰতে বিৰাট বানপানীত সিহঁতৰ মহৰ বাথানো ধানবান হৈ যায়। ভালেকেইটা মহ উটি গৈছিল! আমাৰ অলপ অলপ মনত পৰে। দিদিয়ো কেতিয়াবা অতীতৰ কথা কয়। শুনিয়াহ এবে! আমিও যেন এৰো দীৰ্ঘনিশ্বাস। কত ব্যৱধান বৰ্ত্তমানৰ এই কঢ় বাস্তৱতা আৰু অতীতৰ সেই বাঙলী সপোনৰ!

এয়াও সঁচা কৰিম বক্স দেৱানীয়ে মৃত্যুৰ সময়তো হাচিনা বিবিহঁতক চৰত প্ৰায় এশ বিঘা মাটিৰ মালিক কৰি গৈছিল। কিন্তু ব্ৰহ্মপুত্ৰই তিনকোনীয়া চৰৰ মহাদেৱ আৰু বিসুৰ পাহাৰৰ মাজতে বহনীয়া আবদ্ধ কৰাত শেৰত নিজৰ মুলবলৈ সিহঁতৰ আকাৰিবা

জমিও নোহোৱা হ'ল। চব অঞ্চলত যুগ-যুগান্তৰৰ পৰা চলাই অহা ব্ৰহ্মপুত্ৰৰ নিষ্ঠুৰ ক্ৰূৰতাৰ বলি হাচিনা বিবি। যি কৰিম বক্সৰ ঘৰত মৰাপাটৰ নিবাণ দিবলৈ, আহু ধান চপাবলৈ, আলু পিয়াজৰ খেতি কৰিবলৈ দহে বিশে কামলা খাটিছিল, যাৰ ম'হৰ বাথান বাদ দিও গৰু ছাগলীৰ পাল চৰাবলৈকে তিনি চাৰিটা মানুহ আছিল--আজি সেই কৰিম বক্সৰ জ্যেষ্ঠ পুত্ৰ আলি নিজৰ মাটিৰ অভাৱত বাপ দাদাৰ জমিনৰ মায়া ত্যাগ কৰি আমটেঙা বিজ্ঞাৰ্ভত আশ্ৰয় লৈছে। মাত্ৰ ত্ৰিশ টকা বন্দোবস্তত দ্বিতীয় লৰা মামুদ এক হিন্দু পৰিয়ালৰ 'চাকৰ' হৈ আছে।

এক মাত্ৰ কন্যা শাকিনাক বিয়া দি হাচিনা বিবিয়ে কুটুৰক লগত লৈয়ে কৰীম বক্সে সজাই থোৱা ভেটিত ঘৰখন কোনোমতে ধৰি আছিল। সম্পত্তিৰ নামত তিনিটামান ছাগলী, দুজনী গাই, এহাল বলধ গৰু আৰু দুটামান মুৰগী। এয়া কৰীম বক্সৰ সংসাৰ! হাচিনা বিবিৰ তকদীৰ।

কিন্তু সিহঁতে সিহঁতৰ ঘৰখনত ঘটা প্ৰত্যেকটো কথাই আমাক অৱগত কৰাইছিল। দিদিহঁতৰ লগত আমাৰ পৰিয়ালটোৰ এনেকুৱা সম্বন্ধৰ ইতিহাসত আমাৰ ককাদেউতাৰ বৰঙণি কম নাছিল। বাবাহঁতৰ মুখত শুনা কথা।

ভাটিয়াবিলাক প্ৰথম যেতিয়া আহে হাত দীঘল মানুহ আতাৰ শৰণাপন্ন হৈছিল। কৰীম বক্সৰ বাপেক হজৰতৰ সময়তে আমাৰ সেই সম্বন্ধ স্থাপিত হৈছিল। প্ৰথমতে আমাৰ বাথানৰ দায়িত্ব তেওঁকেই দিছিল। তাৰ পাছত নদীৰ পাৰত থকা মাটি ডৰাও সিহঁতে চলাইছিল। সেই সম্বন্ধ কৰীম বক্সৰ দিনতো অটুট আছিল। কৰিম বক্স যেতিয়া প্ৰায় এক বিভাৰ বাৰি দেৱানী ভেটিয়াও সিহঁতে আমাৰ চৰ অঞ্চলৰ মাটিত খেতি কৰিছিল। সেই সম্বন্ধ আমাৰ সময়তো কাট যেনা

নাছিল। আৰু লেয়ে হাচিনা বিবি আমাৰ বাবে আছিল মৰমৰ দিদি। মই আছিলোঁ। দিদিৰ ভাইজান।

আমটেঙাৰে দিদিয়ে আলীক পঠিয়াব নে নাই তাকো আৱাক সুধিছে কাম কৰিছিল। কেনেদৰে চৰৰ অইন বহুত মানুহ গ'ল, বৰ্ত্তমানে গ'লে চৰকাৰে কি ধৰণে সহায় কৰিব সকলো বিৱৰি কৈছিল। চৰকাৰে প্ৰায় চাৰিশ বিঘাৰ বিজ্ঞাত' এটা এই চৰৰ মানুহখিনিৰ বাবে এৰি দিছে। পৰিয়ালে প্ৰতি আঠ দহ বিঘাকৈ মাটি ভাগ কৰি দিছে। আলিহঁতো তাত দহ বিঘা মাটি পাইছে। এতিয়া লগলে মাটি খিনি হেকৱাব। দিদিৰ আলিক যাবলৈ দিবলৈ মন নাই। আচলতে আলিয়েও মন নকৰে। কিন্তু ভৱিষ্যতৰ কথা ভাবিলে নোযোৱাকৈও থাকিব নোৱাৰে। বিশ বাইশ বছৰীয়া আলীয়ে বুজাত ভুল কৰা নাছিল— বাপজানৰ ভেটিক সিহঁতে সাৱটি থাকিবলৈ বিচাৰিলেও জীৱিকাৰ তাগিদাত তিনকোনীয়া চৰত ব্ৰহ্মপুত্ৰই আৰু সিহঁতক থাকিবলৈ নিদিয়ে। তাৰ ইচ্ছা বলধ গৰু হাল লৈ সি আমটেঙালৈ যাব। সি অলপ সুবিধা কৰিব পাৰিলেই মাকৰ সৈতে ভায়েক মামুদ -কুটুবকো লৈ যাব। কুটুবে মাকৰ আৰু ঘৰখনৰ চোৱা মিলা কৰিব। ছাগলী কেইটা, মুৰগী কেইটা, গাই গৰু দুজনী কুটুবে মাকৰ লগত চোৱামিলা কৰিব পাৰিব। মাকে কিন্তু নিজে যোৱা দূৰৰে কথা পাৰিলে আলীকো যাবলৈ নিদিয়ে। তাইৰ ইচ্ছা মই বিচাৰ কৰি পাৰিলে তালৈ যোৱাটো বন্ধ কৰি বায় দিব লাগে। দিদিৰ তাৰ ভাইজানৰ কথায় শেষ কথা। গভীৰ আস্থা সহকাৰে দিদিয়ে কই যায়।

—তোৰ ভাগিনাক সমঝাবে ভাইজান। সি ক'ব জললৈ, আমটেঙা বিজাৰ্ভলৈ যাব খোজে। নাই তাত ঘাট-বাট নাই তাত নদী-বিল— সি যায় আমটেঙা।

মই আলীক হুলেভৰ মিয়া যেন দেখি দিদি দুৰু হয়। তথাপি

খংটো লুকাই ৰাখি হলেও মোক এবাৰ বুজাবলৈয়ো কয়—

—ভাইজান তাক সোধচোন সোধ! আমটেঙাত আমাৰ এই ব্ৰহ্মপুত্ৰ আছে, মহাদেৱ-বিহুৰ পাহাৰ আছে?

ব্ৰহ্মপুত্ৰৰ নাম লোৱাত আলী জিকাৰ খাই উঠে। যি ব্ৰহ্মপুত্ৰই গৰাহ খহাই খহাই সিহঁতক পথৰ ভিক্ষাৰী কৰিলে সেই ব্ৰহ্মপুত্ৰ আমটেঙাত থাকিলে বা নাথাকিলে আলীৰ কি হ'ল। এই ব্ৰহ্মপুত্ৰ, এই নদীৰ বাবেই সিহঁত সৰ্বহাৰা। আলী এতিয়া গৃহহীন হৈ আমটেঙা অভিমুখে যাত্ৰা কৰাৰ পথত আৰু তাৰ সহোদৰ ভাই মামুদ মাহে ত্ৰিশ টকা বন্দবস্তত লোকৰ ঘৰত 'চাকৰ' থকাৰ চুক্তিবদ্ধ। সি এই ব্ৰহ্মপুত্ৰৰ পাৰ এৰি যাবই। আলীয়ে মোক প্ৰশ্ন কৰিছিল।

—যি নদীৰ পানীয়ে মোক ইয়াৰ পৰা খেদিলে, ভাইক চাকৰ বনালে, সেই নদীৰ আৰু কি আশা কৰি থাকিম মামা!

আলীৰ পুঞ্জীভূত ক্ষোভবোৰ যেন বাৰুদ হৈ ব্ৰহ্মপুত্ৰত পৰিব খুজিছিল। কিন্তু মই লক্ষ্য কৰিছিলোঁ— সেই ক্ষোভ প্ৰকাশতো সি স্বৰয়ৰ কোনোবা খিনিত যেন বৰ বিষ অনুভৱ কৰিছিল। লাহে লাহে সি কাতৰ হৈ পৰিছিল। মামুদৰ ফালে চাইছিল, নাকৰ ফালে চাইছিল আৰু এটা সময়ত দিদিয়ে থকা থুকি মাতেৰে মোক মামুদৰ বিৰুদ্ধে নালিচ কৰিছিল।

—ভাইজান! মামুদক সোধচোন— সি কিয় মানুহৰ ঘৰত থাকিব লগা হ'ল। মোৰ বেটা চা-ক-ৰ হব!

মামুদে তললৈ মূৰ কৰি আছিল। আলিও নিশ্চুপ হৈ পৰিছিল। আমি আটায়ে জিৰিৰ কথা শুনি গৈছিলোঁ।

—মামুদ মানুহৰ ঘৰত চাকৰ বনিব লগাত মোৰ অন্তৰ দহি যায়ৰে ভাইজান। কিন্তু কি কৰিম! মই কত মানুহক খুৱালোঁ, কত মোৰ

ঘৰত খাটি গ'ল, এতিয়া মোৰ বেটাই পইচাৰ বাবে খাটি খাব লাগে। এয়া মোৰ তকদীৰ! তাক মই কি দোষ দিম! সি মোক এহাল গৰু কিনি দিবলৈ কৈছিল। টকাতো আৰু নাই! গাই গৰু হাল বেচিয়ে এহাল বলদ কিনি দিওঁ বুলি ভাবিলোঁ। মামুদে গাই বেচিব নিদিয়ে। গাই দুটাৰ গাখীৰ বেচিয়ে কিছু খৰছ খাই আছো, বেচিলে তাবো মুখা মৰে। সেয়ে বছৰো হিচাপত সি মানুহৰ ঘৰত খাটিব লগা হ'ল। বছৰ পূৰ হলেই সেই টকাৰে সি এহাল হালোৱা কিনি নিয়ো পানীৰ লগত বোলে আমটেঙালৈ যাব। দেৱানীৰ বেটা এতিয়া গৰু কিনিবৰ বাবে লোকৰ ঘৰত চাকৰ! উহ্! মোৰ মৰণ নহয় কিয় আল্লাহ!

মই লক্ষ্য কৰিছিলোঁ দিদিৰ চকুৰ পতা চকুলো বাগৰি আহিছিল। সান্ত্বনা দিয়াৰ অভিপ্ৰায়েৰেই মই হাচিনাবিবিক কৈছিলোঁ:

—এই দিদি—দেখ। তোক মই এই বাবেই নেয়া পাওঁ। তোৰ সম্পত্তি আজি যাব পাৰে, কিন্তু ভগৱানে দিয়া তোৰ এই তিনিটা বেটা আছে। ভগবানে কৰিলে আগৰ অৱস্থা ঘূৰাই অনাত কেইটা দিন লাগিব? তোৰ আলীয়ে ৰোজগাৰ কৰিব, মামুদে মেহনত কৰিব, কুটবো বৰ হ'ব, শাকিনাক সাদী দিছ, তোৰ কিহৰ চিন্তা আছে?

—দোৱা কৰ ভাইজান। চব খোদাৰ ইচ্ছা। আল্লাৰ মেহেৰবানী লাগে ভাইজান। আল্লাৰ চীজ আল্লায় ৰাখিলে ৰাখিব, মাৰিলে মাৰিব। তই ইহঁত কেইটাৰ ওপৰত নজৰ ৰাখিবি। মোৰটো গোৰস্থানলৈ যোৱাৰ দিন আহিল। ইচ্ছা আছিল—এই কেইটা দিনে নিজৰ ঘৰতে থাকি যাওঁ, তহঁতে চৰে কবৰত মাটি দিবি। খোদাই জানে—ক'ত গোৰস্থান ঠিক কৰি ৰাখিছে!

তাৰ পাছত—কেইদিনমান পাছতে আলি আমটেঙালৈ গুছি গ'ল, মামুদো বছৰবন্দী হৈয়েই লোকৰ ঘৰত থাকিল। দিদি আগৰ দৰেই তিনকোনীয়াতে থাকি গ'লেও আলীয়ে অলপ সুবিধা কৰিব পাৰিলে

চৰকে লৈ বোৱাৰ কথা। দিদিৰ কিন্তু জীৱনৰ চৰম বাসনা—যেনেকৈয়ে নহওক জীৱনৰ বাকী দিন কেইটা এই তিনকোনীয়াতে কটাই দিব। ব্ৰহ্মপুত্ৰ মানাহৰ সঙ্গমতে ভাইয়ো ঘৰ লব।

ব্ৰহ্মপুত্ৰ মানাহক ভাই কেনেকৈ বেয়া পাব পাৰে। সিহঁতক গৰা খহনীয়াই নিঠৰুৱা কৰিলেও এই ব্ৰহ্মপুত্ৰৰ পানীয়ে দিছে। তাইৰ পূৰ্বপুৰুষ উজাই আহি আহি এই তিনকোনীয়া চৰৰ মাটিত নাও বান্ধিছিল। ব্ৰহ্মপুত্ৰক তাই কেতিয়াও বেয়া নাপায়। বেয়া পাব তাই নোৱাৰে। এই নদী নথকাহেঁতেন সিহঁতে ক'ৰ পানী খালেহেঁতেন। গৰু কেইটাকে বা ক'ত ধুৱালে-হেঁতেন। পুৰা আৰু গধূলিৰ এই নদীৰ বতাহ কিমান মিঠা। এই নদী নথকাহেঁতেন এই ৰ'উবাৰী ক'ত পালেহেঁতেন। আলি মামুদ-হঁতৰ লুকা ভাকু খেলা ৰ'উবাৰী, শাকিণাহঁতৰ খৰি বুটলি অনা ৰ'উ-বাৰী! আমতেঁতো বিজাৰ্ডে এই নদী, এই পাহাৰবোৰ কেনেকৈ দিব। পথাৰৰ দলি ভাঙি ভাঙি ক্লান্ত হলে, সেই শিমলু জোপাৰ তলত বহি কত দিন আলীহঁতে বিশ্ৰাম কৰিছে, কুটুৰে গৰু চৰাই চৰাই গৰমৰ দিনত কত দিন সেই আম গছ কেইজোপাৰ তলত বহি জিৰণি লৈছে, সেইবোৰ আলী মামুদে পাহৰি গলেও হাচিনা বিবিয়ে পাহৰিব নোৱাৰে। সেই কাৰণে তিনকোনীয়া তাইৰ আপোনতকৈ আপোন। তিনকোনীয়া তাইৰ বেহেস্ত। তিনকোনীয়াক তাই ভাল পায়। সেয়ে আলী যেতিয়া সঁচাকৈ আমতেঁতালৈ গুচি গল দিদিৰ চিন্তা ক্ৰমশঃ বেচি হৈ আহিল। কৰ্ত্তব্যৰ দায়িত্বত মযো ষৰৰ পৰা বাজ হওঁ। কিন্তু মনে মনে এটা কল্পনা কৰোঁ, এই নদী ভঙাৰ সঁচা কাহিনী লৈ ধাৰাবাহিক ভাবে ছুটা-মান তথ্যপূৰ্ণ বাতৰি মোৰ কাকতখনত পৰিবেশন কৰিম। চৰৰ ঘৰ খহাই নিয়াৰ দৃশ্য কেমেৰাত ধৰি ৰাখি চৰকাৰৰো দৃষ্টি আকৰ্ষণ কৰিম। এক তিনকোনীয়া চৰৰ কাহিনী আৰু হাচিনা বিবিৰ শোকৰ গীতিবেই

লুইতৰ পাৰৰ সমূহ চৰৰ চৰ জীৱনৰ চিত্ৰ ফুটাই তুলিম। সেই শত সহস্ৰ দুৰ্ভগীয়া সকলৰ পৰা দিদিৰ ফটো প্ৰকাশ কৰি হাচিনাবিবি হঁতৰ মূকবেদনাকে বাইজৰ আগত প্ৰকাশ কৰাম।

নিৰ্ব্বাচনী সমীক্ষা কেইটা শেষ হলেই সেই কামত লাগিম বুলি খাটাং কৰিলোঁ। বিশেষকৈ আমাৰ সমষ্টিৰ মোৰ বন্ধুৰ ভোট গ্ৰহণৰ অন্তত সেয়া কৰিব লাগিব! ভোট গ্ৰহণৰ আগতে কেইদিনমান ঘৰুত থাকিয়ে ইফাল সিফাল ঘূৰি বন্ধুক সহায় কৰিছিলোঁ। তেনে সময়তে জানিবলৈ পাৰিলোঁ তিনিকোনীয়াতে চৰৰ মানুহখিনিৰ বহুতে আন-টেঙালৈ উঠি গলেও ভোটৰ লিষ্টত সিহঁতৰ নাম তিনিকোনীয়াত আছে। ভোটাৰ হিচাবে সিহঁত আমাৰ অতি বিশ্বস্ত। কোনো উপায়ে মানুহ পঠিয়াই হলেও আমটেঙালৈ যোৱা মানুহখিনিক অনাৰ ব্যৱস্থা কৰিব নোৱাৰিলে প্ৰায় দুই তিনিশ ভোট হেৰুৱাৰ ভয়। ঠিক কৰিলোঁ, যেনেকৈয়ে নহওক মানুহখিনিক অনাব লাগিব।

এটা বিশ্বাস আছিল-কোনোবাক পঠিয়াই মতাব পাৰিলে পুৰুষসকল আহিব। কিন্তু সমস্যা হৈছিল মহিলা সকলক লৈহে। হাচিনা· বিবি নিজে এই বিষয়ত আগবাঢ়ি আহিছিল।

—ভাইজান! চিন্তা নকৰিবি। মই গলে মিঞা বিবি চৰকে আনিম।

—তিনিকোনীয়াৰ পৰা আমটেঙালৈ ছকুৰি মাইল। ৰেলে-মটৰে ত্ৰিশ মাইল গলেও, দহ মাইল তোৰ খোজ কাঢ়িব লাগিব। অহা-যোৱা কুৰি মাইলৰ কম নহব। তোৰ কষ্ট হব!

—আৰে ভাইজান! তই কি কয়! তই কৈছ ভোটত তোৰ বন্ধুক ভোট দিয়া মানেই তোক জিকাই দিয়া। তোৰ সাধীৰ কিবা হলেই তোৰ ইজ্জত যাব। তোৰ কাৰণে এইখিনি মই নকৰিলে কোনে কৰিব ভাইজান! আৰু তাতে গ'লে মই আলিকো লগ পাম। আগাখনো চাই আহিব পাৰিম।

—কিন্তু দিদি তোৰ কষ্ট হব!

—মুঠে নহয়! কিন্তু তোৰ বন্ধুৱে জবান ৰাখিব লাগিব। ভোটত জিকি গ'লে আমাক পাহৰি যাব। সেইটো নহব ভাইজান। কতবাৰ কতজনক ভোট দিলোঁ। মাত্র এটা কাম কৰি দিব লাগে। এই নদী খহনীয়াৰ পৰা আমাক বচাব লাগে। ভোটৰ আগত ভাইজান চৰে ব্রহ্মপুত্র নদীটোকে কথাৰে ইয়াৰ পৰা পাঁচমাইল দূৰলৈ দাঙি নিব খোজে। ভোট গ'লে ক'ত কি কৰিব ওলোটাই আকৌ পাকিস্তানী বনাই খেদিবহে খোজে। নদীৰ এই কষ্টতো ছকুৰি মাইল দূৰৰ আমটেঙালৈ যাব নোখোজো ভাইজান। সেই বাপদাদাৰ জমীনৰ পৰা পুলিচে একেদিনাই দেশান্তৰ কৰে। আমাক এই চৰৰ 'ভাটিয়া' মানুহবোৰক তহঁতৰ কেৱল হিন্দুবোৰেই নহয় বহু মুছলমানেও ভাল নেপায়।

—মই?

—আৰে দদ্ ভোদা। তইতো মোৰ ভাইজান, মই তোৰ দিদি। তোৰ নিচিনা কি চব মানুহৰে দিল সাচ্ছা হবৰে ভাই! কিন্তু শুন। তই আমাৰ মানুহখিনিৰ এই কামটো কৰি দিব লাগিব। আমটেঙালৈ যোৱা আমাৰ মানুহখিনিক মই অনামেই। মই কম সিহঁতক মোৰ ভাইজানে আমাৰ কাম কৰি দিব।

—দিদি! তই কথাটো আগতে ভাবি চা। মই এই নদী খহনীয়াৰ পৰা উদ্ধাৰ কৰা বিৰাট কামটো কেনেকৈ কৰি দিম বুলি তোক কথা দিম? কিন্তু মই যি বন্ধুৰ বাবে তহঁতক ভোট দিবলৈ কৈছো তেওঁ যদি জিকে তেন্তে তেওঁৰ দ্বাৰা তহঁতৰ এই কাম খিনি নিশ্চয় চৰকাৰক কৰি দিবলৈ জোৰকৈ হেঁচা দিম।

—তই যিয়ে নকৰ কিয় ভাইজান—গৱৰমেণ্টাই কেৱল ধনী মানুহক হে চায়। এই দেখনা ব্রহ্মপুত্রৰ ঠিক সিপাৰে গোৱালপাৰা চহৰ।

উত্তৰে আমি। গোৱালপাৰাত যেতিয়া নদী ভঙা আৰম্ভ হ'ল কত মিস্ত্ৰী, কত শিল, কিমান মন্ত্ৰী, কত গৱৰমেণ্ট্ আহিল। শিলৰ ৰাস্তা বনাই, নদী খহনীয়া বন্ধ কৰিলে। আৰু আমাৰ! আমাৰ ইয়াত কোন আহিল! ভোটৰ আগত কেইটামান আহে ভোট বিচাৰি, ভোটৰ পাছত আহে পুলিচ—আমাক চোৰ আৰু পাকিস্তানী বুলি। আৰু আমি গৰু বেচি, ছাগলী বেচি, মাটি বন্ধকী থৈ এইবোৰক চিৰদিন গৈছো টকা দি। এয়াতো দুনীয়া। আমাৰ কথা কোনে শুনিব ভাই, আমি হলোঁ ভাটিয়া!

—মই শুনিছো দিদি!

অপলক দৃষ্টিৰে সেইদিনা স'চাই মই হাচিনা বিবিৰ কথাবোৰ শুনি গৈছিলোঁ। লাহে লাহে মই যেন অনুভৱ কৰিছিলোঁ—থকা খোৱাৰ চেতনা সকলোৰে আছে, সমস্যা আছে। সেই সমস্যাক বুজাই দিব পৰা ক্ষমতাও এইবোৰ মানুহবো আছে। যিসকলক অশিক্ষিত বুলি ভাবি আমি সদায় হেয়জ্ঞান কৰি আহিছো, সিঁহঁতবো ক্ষোভ আছে; বেদনা আছে। তাৰ আত্মপ্ৰকাশো আছে। হাচিনা বিবিয়ে হয়তো সেই শোষিত, পীড়িত চৰ অঞ্চলৰ মানুহখিনিৰ কথাকে মোক অকলে পাই বুজাই দিছিল।

দিদিৰ ঘৰৰ প্ৰায় গাতে লাগি থকা ব্ৰহ্মপুত্ৰখনিলৈও মই কিছু সময় চাই আছিলোঁ। এই নদীয়ে দিদিহঁতৰ বেদনা বুজি পায় জানো? আৰু তিনিকোনীয়া চৰৰ ঠিক তিনিমাইল উত্তৰে থকা গোৱালপাৰা চহৰলৈ চাই পঠিয়ালোঁ.... এটা আগ্ৰহত। জানোচা সেই পাৰৰ পৰাও মোক কোনোবাই দিদিৰ দৰে কথা কবলৈ হাত বাউলী দিয়ে। কিন্তু মোক কোনেও নামাতিলে। নদীৰ গাতে লাগি থকা লাখ লাখ টকা খৰচ কৰি নিৰ্মাণ কৰা শিলৰ মথাউৰিটোহে দেখা পালোঁ। তাৰ ওচৰতে আৰু দেখিলোঁ বহুতো পকী ঘৰে শাৰী পাতি যেন কথা

পাতি আছে। নদীৰ পাৰৰ মাৰোৱাৰী সকলৰ অট্টালিকাবোৰ মোৰ চকুত যেন আক ৰেছি ভাঙৰ হৈ দেখা দিছিল।

হঠাৎ যেন হাচিনাবিবিয়ে কিবা বুজি উঠাৰ দৰে সাৰ পাই উঠিল —ভাইজান। তোক মই বহুতো বাজে কথা কলোঁ। তোৰ কিজানি এই মুৰুখ দিদিৰ ওপৰত খং উঠিছে। মোক মাফ কৰি দিবি। লেখা পঢ়া নাজানো, মুৰুখ মানুহ, কিবা কওঁতে কিবা কওঁ—তই ভাইজান খাৰাপ নাপাবি।

—দিদি তই যিদৰে এতিয়া কথা আৰম্ভ কৰিলি, এতিয়াহে যদি মই খাৰাপ পাওঁ।

দিদিয়ে সিজাই দিয়া মুৰ্গীৰ কণী খাইছিলোঁ। দিদিয়ে মোক কণী সিদ্ধ কৰি খুৱাই খুব ভাল পাইছিল। চৰলৈ গ'লে এগিলাচ গৰম গাখীৰ বা কণী নুখুৱাকৈ মোক নপঠিয়াইছিল। দিদিৰ ঘৰলৈ গ'লে এইখিনি নাখালে মোৰো খুব বেয়া লাগিছিল। মনত পৰা দিনৰে পৰা মোৰ অভ্যাস হৈছিল।

ইতিমধ্যে দিদিৰ লগত কথা হৈছিলোঁ—দিদিয়ে দুদিন মানৰ বাবে লগত কাৰোবাক লৈ আমটেঙালৈ যাব। ভোটৰ দিনৰ আগে আগে দিদিয়ে তালৈ যোৱা মানুহখিনিক লৈ আহিব। ভোটৰ পাছত দিদিৰ লগত মোৰ দেখা হব। দিদিক কিন্তু চেষ্টা কৰা সত্ত্বেও আমটেঙালৈ অহা-যোৱা খৰচ খিনিকো দিব নোৱাৰিলোঁ। নানা ঠাই ঘূৰি ফুৰিব লগা হৈছে বাবে স্বাস্থ্য বেয়া হোৱা যেন দেখি মোকহে বৰঞ্চ দিদিয়ে কেইটামান কণী টোপলা কৰি দিলে।

দৈৱ এটা সক টেকেলিও দিলে।

সেই দিনা দিদিৰ পৰা আহোঁতে ভাবিছিলোঁ—দিদিয়ে আচলতে এই তিনিকোনীয়া চৰক কিমান ভাল পায়! কিন্তু কতবাৰ কওজনক এই এটা কথা কই কই তাইৰ আশা ভঙ্গ হৈছে। শেষ আস্থা যেন

মোৰ ওপৰত। মোৰ বন্ধু এম,এল,এ, হ'লে "গৱৰ্ণমেণ্টে" যেন নদী ভঙা বন্ধ কৰি দিব।

মই তেতিয়া কৈছিলোঁ।—

--এই দিদি শুন। মোৰ বন্ধু এম, এল, এ, হ'লে তইঁতৰ সমস্যাবোৰ তেওঁ কথাৰে, বক্তৃতাৰে চৰকাৰক জনাব আৰু মই জনাম লিখি লিখি।

—কি লিখিবি ?

—তোৰ কথাবোৰ।

আৰে দট্। তই ভাল কাজলামি কৰিব পাৰ। মোৰ দৰে সৰু মানুহৰ কথা লিখিলে তোৰ কি কাম হব ?

--মোৰ কামেই হৈছে লিখা। তই নাজান-তোৰ ভাইজানে খবৰ কাকতত খবৰ লিখে, মানুহক জনায়, গৱৰ্ণমেণ্টক জনায়। তোৰ ভাইজান কি জান ? সাংবাদিক !

—সাংঘাতিক ? এইটো কেনে খবৰ চাকৰি ?

—সংঘাতিক নহয়—সাং-বা-দিক। সংবাদ—বাতৰি লিখি লিখি ৰাইজক-গৱৰ্ণমেণ্টক জনাওঁ। তোৰ কথাবোৰ লিখি জনাম। চাওঁ বাৰু চৰকাৰে কিবা কৰে নে নাই !

—ভাইজান তই সঁচাই লিখিবি ? মোৰ কচম্ ?

—আল্লাৰ কচম্। ঈশ্বৰৰ শপত। কেৱল লিখাই নহয় মোৰ কাকতত তোৰ এই খবৰ আৰু তোৰ ছবিও ওলাব। এই ছবি আৰু খবৰবোৰ যিদিনাই মোৰ বাতৰি কাকতত প্ৰকাশ পাব, মই কাকতেৰে সৈতে ইয়ালৈ আহি তোক দেখুৱাম আৰু পঢ়ি পঢ়ি শুনাম। দিদি এয়া তোৰ ভাইজানৰ কথা।

—সাংঘাতিকৰ জবান।

—উঁহু সাং-বা-দি-কৰ প্ৰতিজ্ঞা।

দিদিয়ে হাঁহিছিল।ময়ো হাঁহিছিলোঁ। আজি হাতত খবৰ কাকত

খনি লৈ মোৰ এই কথাবোৰেই মনত পৰিছে। দিদিক লগ পালে যে কি ফূৰ্ত্তি হব। তিনিকোনীয়া চৰৰ দীঘল বাতৰি পৰিবেশন কৰিছোঁ। ডাঙৰ ডাঙৰ হেড্ লাইন দি এই নদী ভঙনীয়াৰ কাহিনী ছপাইছো। নদীৰ বুকুত জাহ যাবলৈ ধৰা ঘৰবোৰৰ ছবি এখনো ছপা হৈছে। গৰাখহনীয়াৰ বলি এটা বুলি দিদিৰ ছবিও প্ৰকাশ পাইছে। দিদিক দেখুৱালে দিদিয়ে যে কি ফূৰ্ত্তি পাব।

তাতোকৈ ডাঙৰ কথা হব—দিদিক যেতিয়া বুজাই দিম যে দিদিয়ে লৈ অহা আমটেঙাৰ মানুহ খিনিয়ে আহি ভোট নিদিয়া হলে মোৰ বন্ধু মাত্ৰ এশ পঞ্চাশটা ভোটৰ ব্যৱধানত কোনোপধ্যে নিৰ্ব্বাচনত নিজি কিলেহেঁতেন। কিন্তু এই সত্যটো দিদিয়ে কেনেকৈ বুজি পাব, বাইজেই বা কেনেকৈ জানিব

আৰু নিৰ্ব্বাচনী সমীক্ষা লিখোঁতেও জানো মই এইবোৰ অন্তৰ্নিহিত সত্য উদ্‌ঘাটন কৰিম ? কাৰণ হাচিনা বিবি হাচিনা বিবিয়ে। ইলেক্‌-চনত লড়াই কৰা মহিলা ৰাজনীতিবিদ নহয়।

মনতে ভাবোঁ। দিদিয়ে সিদ্ধ কৰি দিয়া কণীতো খামেই, মুৰ্গীও উঠাম। মই কিয় উঠাব লাগিছে ? দিদিয়ে নিজে দিব।

তিনিকোনীয়া চৰৰ ছবি, হাচিনাবিবিৰ ফটো আমাৰ ঘৰৰ মানুহ-খিনিয়ে জুম বান্ধি চায়। হাচিনা বিবিৰ ফটো চাই উচপ্ খাই উঠে। হাচিনা বিবিবো ফটো পেপাৰত উঠিব পাৰে ! আই ঐ দেহী মানুহ-জনী !

মই চৰলৈ বাট লওঁ। লুংলুঙীয়া ৰাস্তা ? মাজে মাজে ইকবাৰ থুপত উজুতি খাওঁ। ভাবো হাচিনা বিবিয়ে মোৰ বাবেই কত কষ্ট পাব লগা হৈছিল। কুৰি মাইলবো বেছি পথ খোজ কাঢ়িব লগা হল। অ'ত এঘৰ, ত'ত এঘৰ থকা তিনিকোনীয়াৰ বাসিন্দা-খিনিক আমটেঙাত বেচেৰীয়ে খোজ কাঢ়ি কাঢ়ি বুৰি কুৰি মোৰ

কথা কব লগা হৈছিল। তিনিকোনীয়ালৈ জানিব লগা হৈছিল আৰু শেষত সিহঁতৰ বহুতকে খুৱাব লগাত নিজৰ ছাগলীক কোনেও গম নোপোৱাকৈ বেচিও দিছিল।

বুকুত এক তীব্ৰ আঘাট, এক বেদনা অনুভৱ কৰিছিলোঁ। নিজকে দোষী দোষী যেন লাগিছিল। হাতত বাতৰি কাকতখনি লৈ যেতিয়া হাচিনা বিবিৰ ঘৰ পাওঁ এফালৰ পৰা মোক আলি-মামুদ-শাকিনা কুটুবহঁতে ঘেৰি ধৰিছিল। খুব ইচ্ছা থকা স্বত্বেও বাতৰি কাকতখনি সিহঁতৰ আগত সাউৎ কৰি মেলি ধৰিবলৈ ইতস্ততঃ কৰিব লগা হৈছিল। এটা সময়ত কাকতখনি মেলি ধৰাত সিহঁতে জুমি জুমি মাকৰ ফটোখনি চাইছিল। মই সিহঁতৰ কৌতুহল দেখি লাহে লাহে বাতৰিখিনি পঢ়ি দিছিলোঁ। মই দেখিছিলোঁ সিহঁতৰ চকুবোৰ চলচলীয়া হৈছিল। শাকিনাই উচুপি আছিল। তাই মোক কৈছিল—

—মামা! আজি আম্মাজান থকা হলে যে কিমান আনন্দ পালেহেঁতেন মামা! কিন্তু তোৰ বন্ধু যে জিকিলে আম্মাজানে জানি গৈছে। ভোট দি অহাৰ পৰা মা আৰু উঠিব নোৱাৰিলে। আমটেঙাৰ পৰা অহাৰ পাছৰ পৰাই অসুখ হ'ল। গা-ভৰিৰ বিষ জ্বৰ। তোৰ কথা সুধিছিল, কিন্তু তইতো নাছিলি। তই কবৰত অলপ মাটি দিবি। আম্মাজানে শান্তি পাব!

মই কবৰত মাটি দিছিলোঁ। তিনিদিন আগত দিয়া কবৰটোৰ মাটিখিনিয়ে মোৰ মাটিখিনি পাই আৰু সজীৱ হৈ উঠিছিল। আলিৰ চকুৰে পানী বৈ আহিছিল! ময়ো যেন ধোঁৱা ধোঁৱা দেখিছিলোঁ। ব্ৰহ্মপুত্ৰ তেতিয়াও বৈ আছিল। আলিহঁতৰ ওচৰত শিমলু জোপা তেতিয়াও থিয় হৈ বৈ আছিল।

তাৰ পাছত আলিয়ে চকুলো মচি মচি মোক কৈছিল—

— মামা ! তহঁতৰ চৰৰ মাটিখিনি কাকো নিদিবি ! মই আহু পেলাম।

— তোৰ আমটেঙাৰ মাটিৰ কি হব ?

—তালৈ মই আৰু নাযাওঁ।

— কিয় ?

— মই ইয়াতে থাকিম , আমটেঙা আৰু মোৰ ভাল নালাগে। তাত আমাৰ এই চৰ নাই, ব্ৰহ্মপুত্ৰ নাই, আৰু তাত আ-ম্মা-জা-নো নাই মা-মা !

তাৰ কথাবোৰ খোকাথুকি হৈছিল !

— দিদিতো ইয়াতো নাই !

—তথাপি ইয়াত যে আছে আম্মাজনৰ কবৰ— মামা !

তাৰ চকুৰে ধাৰাসাৰে চকুলো বৈ আহিছিল। মোৰ চলচলীয়া চকুৰ দৃষ্টি কবৰটোত থমকি ৰৈছিল।

তাৰ পাছত মোৰ চকুৰ টোপালবোৰো টোপে টোপে কবৰৰ মাটিত লীন হৈ গৈছিল। মোৰ তেতিয়া এবাৰ জোৰেৰে 'দি-দি' বুলি চিঞঁৰি দিবলৈ মন গৈছিল !

---

# বিন্দু যদি সিন্ধু হয়

—মৃত্যুৰ মাজেৰে আমি জোখোঁ—পৃথিবীত আমি কিমান দিন জীয়াই থাকোঁ।

—ৰোগশয্যাত পৰি পৰি তুমি কেৱল মৃত্যুৰ সপোন দেখা নেকি? তুমি পাহৰি যোৱা কিয় মই এজনী ধাত্ৰীৰ বাহিৰে একো নহওঁ। মোৰ জীৱনৰ উদ্দেশ্যই হৈছে ৰোগীক জীৱনৰ আশ্বাস দিয়া। তুমি যদি এই দৰে "মৃত্যু" "মৃত্যু" বুলি চিঞৰি থকা, মই আৰু তোমাৰ শুশ্ৰূষা...

তুমি ভুল বুজিছা তৰু। মৃত্যুৰ বাবে হাবিয়াস কৰিলেই আমাৰ জীৱনৰ দীপশিখা নুমাই নাযায়। জীয়াই থাকোঁ বুলি ভাবিলেও হঠাতে কেতিয়াবা তেজৰোৰ চেঁচা হৈ যায়। এক অদৃশ্য নিয়তিৰ হাতৰ মুঠিত আমাৰ জীৱন ইন্‌চুৰেন্স কৰা আছে। আমাৰ ইচ্ছাশক্তি কণিশ নদ। বিশেষ এটা আবৰ্ত্তৰ মাজত তুমি স্বাধীন!

—তোমাৰ দৰ্শন পাছতো পাই থাকিবা, এতিয়া ঔষধ খোৱা।

- ইমান দিন ঔষধ খাইয়ে জীয়াই আছিলোঁ তৰু। কেৱল ঔষধতে জীয়াই থাকিব নোৱাৰাত পেটটো কাটিবলৈ দিছোঁ। কিমান ঔষধ খালোঁ জানা? হোমিওপেথিকৰ পৰা আয়ুৰ্বেদিক, এলোপেথিক সকলো শেষ কৰি দিছো।

ভাবৰ উতলা বাগীত থৈক মাজে মাজে উবা মাৰে। জীৱনৰ অভিজ্ঞতাই তাক কেতিয়াবা দাৰ্শনিকলৈ ৰূপান্তৰিত কৰে। জীৱনৰ চিকমিক বিজুলীৰ শিহঁৰণত কেতিয়াবা পেচিমিষ্ট—নিৰাশ্যবাদী হয়। তথাপি সি জীয়াই থাকে।

এবছৰ আগৰ দুটা বছৰত ধীক নিয়ম মতে খোৱা শোৱা আৰম্ভ কৰাত লাহে লাহে কিছু ভালহৈ আহিছিল। কিন্তু যোৱা বছৰত সেই নিয়ম-বোৰ আকৌ অনিয়মলৈ পৰিণত হ'ল। অসুখত পেটৰ অপাৰেশ্বন কৰিবলৈ বাধ্য হ'ল।

ধীকৰ মতে কেবল নিৰোগীৰ বাবেই পৃথিবীখন নহয় বেমাৰী মানুহেও পৃথিবীখনক ভাল পায়। সেইবাবে সিহঁতে চিকিৎসা কৰে। লোকৰ তেজ ধাৰ কৰি হ'লেও অস্ত্ৰৰ আঘাতত নিজৰ বঙা তেজবোৰ বোৱাই দিয়ে। ধীকৰেও পচিশ দিন আগতে সেইদৰে নিজৰ পেটটো কাটিবলৈ দি তেজ ববলৈ দিছিল। অপাৰেশ্বন কৰা সময়ত তাৰ কিমান তেজ গ'ল সি কব পৰা নাছিল। এনাছ্‌থেছিয়াৰ প্ৰয়োগে তাৰ সেই বোধশক্তি ৰহিত কৰি পেলাইছিল। ডাক্তৰে তাক চাব দিয়া নাছিল। সি মাথো ক'ব পাৰিছিল—

ডাক্তৰ বৰুৱা আৰু দুজনমান এছিষ্টেণ্টৰ সৈতে এই তৰুলতা থিয় হৈ আছিল। বাৰ ঘণ্টাৰ পাছত যেতিয়া তাৰ জ্ঞান আহিছিল আত্মীয় স্বজনৰ বাহিৰে অইন মানুহৰ মাজত আছিল—এইজনী তৰু। দুদিন পাছত যেতিয়া সেহাই সেহাই সি কথা কৈছিল তেতিয়াও আছিল তৰু।

—আপোনাৰচোন আৰু ৰোগী আছে ছিষ্টাৰ্‌ ?

—কিন্তু মোৰ প্ৰধান দায়ীত্ব আপোনাক চোৱা।

—এয়া অফিচিয়েল ডিউটিনে ?

—আমাৰ কৰ্ত্তব্য আপোনালোকক শুশ্ৰূষা কৰা। যেতিয়ালৈকে শুশ্ৰূষা পাই থাকে তেতিয়ালৈকে আপুনি এইদৰে সোধাৰ প্ৰয়োজন কি ? যদি ঠিকমতে শুশ্ৰূষা নাপায়, ওপৰলৈ লিখালিখি কৰিব। বাতৰি কাকতৰ সম্পাদকলৈ চিঠি লিখিব, আমাক দায়ী কৰিব।

—ঠিকেই। বাকী ৰোগীসকলক কিছু অৱজ্ঞা কৰি মোক কিয়নো

ৰাতিয়ে দিনে শুশ্ৰুষা কৰিছে নহয়, কোনোৱা পেসেণ্টে এতিয়া সম্পাদকলৈ চিঠি নিলিখিলেহে ৰক্ষা । ভাগ্য ভাল যে হস্পিটেলবোৰত এতিয়ালৈ ৰোগীবোৰে অন্ততঃ 'ইউনিয়ন' কৰিবলৈ উঠি পৰি লগা নাই । নহলে হয়তো বিচনাতে কাতি হৈ কেকাই গেথাই চিঞৰিলে হেঁতেন - "এক বেমাৰী পৰ জাদা নজৰ ৰখানা বন্ধ কৰোঁ।" !

—এই শয্যাশায়ীবোৰৰ হৈ আপুনিয়ে নেতৃত্ব নলয় কিয় ?

—এটা কথা ঠিক । মোৰ পৰা আঁতৰি গৈ অইন বেমাৰীক যদি আপুনি বেছি চকু দিয়া আৰম্ভ কৰে মই হলে তাৰ প্ৰতিবাদ কৰিম । অৱশ্যে পাব্লিক্লি নহয় । আপোনাক কাষত বহুৱাই লৈ মনে মনে মৰ' ।

তৰুৰ যেন ভাল লাগি গৈছিল । কিন্তু একো সুবুজাৰ ভাও জুৰিয়ে তাই যেন কৈছিল—

—এটা অনুৰোধ কৰিম । ৰাখিব ?

—আগতে প্ৰতিশ্ৰুতি দিব নোৱাৰোঁ। ।

—কাৰণ— ?

—আপুনি যদি মোক ফেঁটি সাপৰ দাঁত ভাঙি আনিবলৈ কয়, বাঘিনীৰ গাখীৰ লাগে বুলি 'অনুৰোধ' কৰে !

—জানে - ধাত্ৰীবোৰে ৰোগীক জীৱন দিয়ে, নামাৰে !

—দেট ইজ নোন টু মি । নহলে 'তুমি'— অহ্ ছোৱী !

—ধীকদা । মোৰ অনুৰোধ । আপুনি মোক আপুনি সুবুলি 'তুমি' বুলি সম্বোধন কৰক না । মানে ধীকদা । আমাক আটায়ে চিস্টাৰ বুলি মাতে। বাস্তৱত আমি 'ব্ৰাদাৰ' খুব কম পাওঁ । মই নকওঁ যে আপুনি ব্ৰাদাৰ হ'ক- কিন্তু অন্ততঃ মোক ধীকদা বুলি মাতিবলৈ অনুমতি দিয়ক ।

—আলবাৎ মাতিবা । বাট্ দিয়েৰ ইজ এ কণ্ডিচন তুমি মোকো

'তুমি' বুলি সম্বোধন কৰিবা বুলি কোৱা ?

—কিন্তু মই এজনী ধাত্ৰী । হস্পিতালৰ চিষ্টাৰ সকলক নাৰ্চৰ বাহিৰে একো নুবুজায় । সেই 'নাৰ্চ' এজনীয়ে বাক ৰোগী এগৰাকীক কেনেকৈ ' তুমি' বুলি কওঁ । বয়সতো আপুনি মোতকৈ পাঁচ বছৰে ডাঙৰ ।

সম্বোধনো সেইদৰে সলনি হৈছিল । ধীৰুৱে তকক নাম ধৰিয়েই মাতিছিল । প্ৰতিদানত তকৱে অধিকাৰ লাভ কৰিছিল ধীৰুদা বুলি সম্বোধন কৰাৰ ।

ইতিমধ্যে বয়সৰ অঙ্ক কৰি পেলালাই ?

লাহে লাহে তক ধীৰুৰ বেছিকৈ কাষ চাপি আহিছিল ।

কিন্তু ধীৰুৰ পেটৰ ঘা শুকাই অহাৰ লগে লগে বুকুৰ কোনোবা অংশত কিবা এটাৰ বাবে সি যেন বেদনা অনুভৱ কৰিছিল ! কিবা এটা পোৱাৰ ক্ষীন আশাৰ মাজত অতীতৰ ব্যৰ্থতাৰ বেদনা ফুটি উঠিছিল । এন্ধাৰ নিশা মেডিকেল হস্পিতালত যেতিয়া বিজুলী চাকিবোৰ জ্বলি আছিল, কোনেও দেখা নোপোৱাকৈ সেই পোহৰৰ মাজত আৰু এখনি মুখৰ ছবি ভাঁহি উঠিছিল । ধীৰুৱে যেন সেই ছবিৰেই অস্পষ্ট ৰূপ মাজে মাজে তকত প্ৰতিভাত হোৱা দেখিবলৈ পাইছিল । ধীৰুৰ জীৱনত ত্ৰিশটা বছৰে বিয়লিৰ ৰং ধৈ গৈছিল । তকৱে হয়তো সেই ৰং আৰু ছবিৰ কথা একো গম পোৱা নাছিল ।

ব্ৰহ্মপুত্ৰৰ পাৰত থকা দীঘলীয়া অসম টাইপ ঘৰটোতে বহুতো বেমাৰী আছিল । গুৱাহাটীৰ সেই দীঘলীয়া ঘৰটোৰ ওচৰতে থকা তিনিমহলীয়া আৰ, চি, চি, দালানটোত বেমাৰীবোৰ শুই পৰিছিল । তকৰ ডিউটি এই গোটেই কেইটাতে থাকে । কেতিয়াবা বাৰ ঘণ্টাও ডিউটি কৰি কটাই দিয়ে । তথাপি তাৰ মাজতে সময় উলিয়াই ধীৰুৰ খবৰ লৈ যায় । পথ্য খুৱাই, সেৱা দিয়া সময়ত ব্যস্ত হৈ থাকে । ৰাতি যেতিয়া ৰোগীবোৰ

শোৱা যেন ভাবে অলক্ষিতে থকা চুলিবোৰ লিৰিকি বিদাৰি পিছিকি দিয়েছি ।

—তক ।

– কোৱা ।

—তুমি যে মোৰ ওচৰলৈ ইমানকৈ আহা, তোমাৰ সহকৰ্মী আৰু এই ৰোগীবোৰে কি ভাবে ?

—সদায় লোকৰ বাবেই আমি নিজৰ ইচ্ছাশক্তি বিসৰ্জন দিব নোৱাৰোঁ নহয় । আৰু এটা কথা কি জানা থকা !

—কি ?

—বাকীবোৰৰ মই 'চিষ্টাৰ' অৰ্থাৎ ধাত্ৰী বিশেষ । কিন্তু তোমাৰ বাবে মই চিষ্টাৰ নহওঁ । তক । আৰু বাকীবোৰ 'আপুনি' আৰু 'তুমি' মোৰ আপোন হৈ 'তুমি' হৈছা । আমি আমাৰ জীৱনটো বেমাৰ আৰু বেমাৰীৰ লগতে খেলা কৰোঁ । আমাৰ ভয়ত ৰোগীৰ পৰা ৰোগ পলায় । আমি আমাৰ জীৱন বিপদাপন্ন কৰি বিনিময়ত সমাজৰ পৰা মাত্ৰ পাওঁ এটা বস্তু ।

– কি পোৱা ।

এই নাৰ্চ বিলাক নষ্ট চৰিত্ৰৰ । যৌবন আমাৰ মৰহি যায় । বৈধ ভাবে আমাৰ এই যৌবনৰ দাম সমাজত নাই । কেতিয়াবা যদি আমি বৈধতা বিচাৰোঁ, সেই বৈধতা আছে অস্বাভাৱিক ধৰণে । আমাৰ সমাজত এনে এজন পিতৃ বা মাতৃ নাই যি নিজৰ ল'ৰাৰ বাবে নাৰ্চ এজনী বিয়া কৰাই আনিবলৈ আগবাঢ়ি আহে । কেতিয়াবা যদি কোনোবা কম্পাউণ্ডাৰে বা ডাক্তৰে ভুলক্ৰমে আমাৰ কোনোবাক বিয়া কৰে, আত্মীয়স্বজনৰ বাবে সেই ব্যক্তি কাহানিও মৰমৰ নহয় । আমাক বাৰু তোমালোকৰ সমাজখনে এইদৰে কিয় চায় থকা ? বিবাহ বন্ধনেৰে সমাজ জীৱন আৰম্ভ কৰিবলৈ প্ৰয়োজন হোৱা সামাজিক পুঁজিত

আমিবোৰ পূজা-পাতে নলগা মদাৰ ফুল ।

—পেয়িং ৱাৰ্ডটোত আন কোনো নাছিল । এবাৰটা বজাৰ পিছত কৰ্ত্তব্যত থকা মেডিকেল কলেজৰ ছাত্ৰ, নাৰ্চ আৰু ডাক্তৰ কেইজন মানৰ বাহিৰে তালৈ কোনো নাযায় । গোটেই পেয়িং ৱাৰ্ডটোতে ৰাতিটোৰ বাবে ছুজনী নাৰ্চ কামত আছিল, ছুজনীৰে এজনী তৰু । ধীৰুৰ অকলশ-ৰীয়া কোঠাটোত সোমাই মনৰ কথাবোৰ ক'বলৈ খুজিছিল । প্ৰায় এমাহ দিন কটাই দিয়া ধীৰুৱে তৰুৰ মনৰ খবৰ বুজি পোৱাত বেছি সময়ৰ প্ৰয়োজন হোৱা নাছিল ! ধীৰুক তৰুৱে কেৱল প্ৰশ্ন কৰিছিল ! আৰু ছুদিন পাছত ধীৰুক হস্পিতালৰ পৰা ডিচচাৰ্জ কৰিব ।

তৰুৱে তাক সহ্য কৰিব পৰা নাছিল । অইন ৰোগীসকলৰ দৰে ধীৰুও আছিছিল, তৰুক এৰি ঘৰলৈ উভতি যাব—তৰুৱে সেইটো বিচৰা নাছিল ।

তৰুৰ প্ৰশ্ন ধীৰুৰ কাণত বাজি উঠে । কিন্তু চকু মুদি থকা ধীৰুৱে তাৰ উত্তৰ বিচাৰি পোৱা নাই । বুকুৰ মাজত তৰুৰ মুখটো আছিল । কথাৰ উত্তৰ ধীৰুৱে যেন বিচাৰি পোৱা নাছিল । তৰুৰ চকুজোৰ সেমেকি উঠা বুলি ধীৰুৱে গম পাইছিল ।

—তৰু ! তোমাৰ মনৰ বাতৰি বুজাত মই ভুল কৰা নাই । তোমা-লোকে তিল তিলকৈ তেজৰ কণিকা ঢালি ৰোগীৰ দেহত নতুন তেজৰ সঞ্চাৰ কৰা । এই সেৱাৰ বিনিময়ত তোমালোকে পোৱা কিছুমান কলঙ্ক । আমাৰ সমাজবোধে তোমালোকক সেইদৰে ভবাইছে । দৃষ্টিৰ ৰূপান্তৰ নঘটিলে তোমালোকৰ ওপৰত হোৱা দৃষ্টিভঙ্গীবো সলনি নহয় তৰু ! তোমালোক মদাৰ ফুল নোহোৱা ! মানৱতাৰ পূজাত তোমা-লোকেইতো আগশাৰীৰ শুভ্ৰ শতদল ! যৌৱনৰ মূল্যায়ন সামাজিক দৃষ্টিত নাই । ব্যক্তি বিশেষৰ একক দৃষ্টিত যৌৱনৰ মূল্যায়ন হয় ।

—তাৰ মানে ?

—মিচ্ তৰুলতা দাসক গোটেই সমাজে ভাল বা অনন্যা সুন্দৰী বুলি নকবও পাৰে । কিন্তু ধীৰেন দত্তৰ বাবে তৰুলতা অনন্যা সাধাৰণ হব পাৰে—এয়া এন্ধাৰ বৰণীয়া চুলি, ডালিম গুটিয়া দাঁতৰ পাৰী, হৰিণী নয়না মোৰ মিচ্ তৰুলতা ।

—কাগজ কলম দিম ?

—কিয় ?

—মোক লৈ কবিতা লিখিবা ।

—হস্পিতালত ৰোগীয়ে কবিতা লিখা শুনিছা ?

—কিন্তু তোমাৰ ভাব-ভঙ্গী যেনেকুৱা হৈছে নহয় অনায়াসে কবিতা লিখি অসমীয়া কাব্য বুৰঞ্জীত তুমি এক 'বেমাৰী কবি' হিচাপে আত্ম-প্ৰকাশ কৰি তোমাৰ কাব্য প্ৰতিভাৰ মহতী স্বাক্ষৰ ৰাখি যাব পাৰা ।

—মোক লৈ লোকে কবিতা লিখক । লোকক লৈ কবিতা লিখিবলৈ মই নাৰাজ । আৰু স্বাক্ষৰ যদি ৰাখিব লাগে 'কাব্য বুৰঞ্জীত' নহয়, কাৰোবাৰ হৃদয়ৰ বালিচৰত । বুজিছা !

—তোমাৰ দৰে ভাষা থকা হলে মইয়ো কবিতা লিখিলোঁহেঁতেন । কিন্তু ক্লাচ্ টেনলৈ পঢ়া ছোৱালী এজনীয়ে ভাষা বিচাৰি ক'লৈনো যাওঁ ?

—কবিৰ লগত একাডেমিক এডুকেশনৰ সম্বন্ধ নিষ্প্ৰয়োজন !

—তোমাৰ লগত মোৰ সম্বন্ধৰ কিন্তু আছে প্ৰয়োজন ।

—তুমিয়েই মোৰ জীৱনৰ কবিতা !

ছন্দহাৰা জীৱনৰ তুমি মোৰ প্ৰেৰণা ! তুমি মোৰ ফুল । তুমি মোৰ জীৱনৰ ছন্দ !

—কথা কবিবা ! একে যাত্ৰাতে তোমাৰ 'প্ৰেৰণা', 'ফুল', 'ছন্দ'—ইমানবোৰ বাপ অতবোৰ মই নহওঁ । মই তৰু হওঁ । এতিয়া উঠক থোৱা ।

—ঔষধ নাখাওঁ। আজি খুব ভা ব আহিছে তক!

—ঔষধ খালে কুভাববোৰ যাব বুলি কৈছো নহয়।

—কুভাব নহয়।

—বুজিছোঁ, কবিতা লিখাৰ ভাবটো?

—উহুঁ।

—তেন্তে কোর্টলৈ গৈ ওকালতি কৰা ভাব নেকি?

—এতিয়া মই উকীল নহওঁ, ৰোগী। মাত্র এবাৰ তক।

—কি এবাৰ?

—চোৱা, তুমি কোৱাৰ দৰে ধুনীয়াকৈ ডাড়ি কাটিছো, মুখ ধুই ধুনীয়াটো হৈ আছোঁ।

—মই এতিয়া তোমাৰ বাবে পাত্রী লাগে বুলি বিজ্ঞাপন দিব লাগে?

—তোমাক যে 'কিচ্' কৰিম সেই কথাতো কেৱল তুমি কাকো জনাব নালাগে।

—অসভ্য। মই এইবোৰ ভাল নাপাওঁ।

—কোনো ছোৱালীয়ে 'কিচ্' কৰা বেয়া নাপায়।

—সৌ নাৰ্চজনী ওচৰতে আছে, শুনিলে কি বুলি কব।

—কি বুলি ক'ব তুমি গৈ পাছত তেওঁক সুধি আহিবা।

—দেই ধীৰুদা!

—ব'বাহে।

—বাহিৰত মানুহ আছে।

—ভিতৰত কেৱল তুমি আৰু মই!

ধীৰুৱে তৰুক সাৱতি ধৰিলে। কন্তেক পাছত ধীৰুৰ বাহু-বন্ধনীও শিথিল হৈ পৰিল।

—পুৰুষ জাতটোৱে এনে?

—কেনে?

—গুণ্ডা—

—কি কৰিবা ! এনে 'গুণ্ডামী' নহলে তোমালোকে আমাক ভালে নোপোৱা । মই মিছা কৈছো নেকি ।

—তুমি সঁচা কোৱা বুলি ভাবিছা হবলা ?

উকীল জাতটোৰ আক যি কি বদগুণে নাথাকক কিয় এটা কথা ঠিক । বাদী-বিবাদী সাক্ষী সকলক গীতা-কোৰাণ চুবলৈ দি সঁচা কথা কবলৈ সৈ কঢ়াই কঢ়াই আমিও এতিয়া সঁচাৰ বাহিৰে মিছা কথা কব নজনা হলোঁ । অৱশ্যে তোমাৰ মনত মই এটা 'গুণ্ডা' বিশেষ । দুৰ্ভাগ্য তাতেই ।

— গুণ্ডাৰ প্ৰকাৰ ভেদ আছে ! তুমি মোৰ মনত এটা বেলেগ গুণ্ডা । মেডিকেল কলেজৰ নাইট ডিউটি দিয়া ছাত্ৰ, হাউচ চাৰ্জন আৰু ডাক্তৰবোৰ অইন ধৰণৰ গুণ্ডা । সিহঁতে সুবিধা বিচাৰি ফুৰে । ৰাতিৰ নিৰ্জ্জন কোঠাত আমাৰ দৰে নাৰ্চ কেতিয়াবা অকলে থাকিলে হঠাতে ডিউটি দিয়া এইবোৰে আমাক পাবিলে মুখত মুখ লগাইয়ে এৰি নিদিয়ে । আমি আমাৰ দেহ সিহঁতৰ হাতত এৰি দিব লাগে । সমাজৰ আঁৰে আঁৰে আমাৰ যৌৱনৰ ওপৰত এইবোৰ প্ৰাণীৰ অত্যাচাৰ চলে । আমি সহ্য কৰি যাওঁ । সহিষ্ণুতা নাথাকিলে আমি হস্পিতাল দুদিনতে এৰিব লাগিব । ফাইন কৰিব, চাচ্‌পেণ্ড কৰিব, এক্সপেল কৰিব । কিন্তু আমি জানো — ইয়াৰ পৰা ওলাই গৈও আমি সমাজত বৰ্ত্তি থাকিব নোৱাৰোঁ । কাৰণ— প্ৰথম আমি যেতিয়া ধাত্ৰী বিদ্যা শিকোঁ বুলি আহিছিলোঁ—তেতিয়া মানবজাতকৈ নিজক আৰু পৰিয়ালক বঢ়োৱাৰ চিন্তাই আমাক ইয়ালৈ ঠেলি লৈ আহে । আৰ্থিক দুৰাৱস্থাত পৰি ইয়ালৈ আহিছো । ইয়াৰ পৰা ওলাই গৈ আমি কি কৰিম ? ঘৰত আমাৰ বাবে ধনৰ ভঁড়াল নাই । মই ইয়ালৈ কিয় আহিছিলোঁ জানা ?

—তুমি মোক কাহানিও কোৱা নাই।

— আগতে প্ৰয়োজন হোৱা নাছিল। এতিয়া কোৱাৰ প্ৰয়োজনীয়তা বোধ কৰিছো। মোৰ জীৱনৰ সকলো কথাই তোমাক বিবৰি কম। মাজে মাজে মনৰ কথাবোৰ আনক কবলৈ খুব ইচ্ছা হয়। কিন্তু....

—কোৱা।

তৰুলতা বিছনাৰ ওপৰত বহি পৰিল। মাজে মাজে হুমুনিয়াহ এৰিছিল। স্নেহসিক্ত হৃদয়েৰে ধীৰেণে তৰুৰ চুলিবোৰত আলফুলকৈ হাত ফুৰাই দিছিল। লাহে লাহে তৰুৱে তাইৰ জীৱন বুৰঞ্জীৰ পাতনি মেলিছিল।

তাইৰ ঘৰ অভয়াপুৰীৰ ওচৰৰে কোনোবা এখন গাৱঁত। অভয়াপুৰীত জমিদাৰী প্ৰথা চলি থকা অৱস্থাত দেউতাকে তাত চাকৰি কৰিছিল। জমিদাৰী প্ৰথা উঠি যোৱাৰ পাছত দেউতাকৰ চাকৰি যায়। অকল সেয়ে নহয়, কিছুদিন পাছত সকলো ল'ৰা-ছোৱালী এৰি তেওঁ এই জগতৰ পৰা বিদায় লয়। দেউতাক থাকোতেই বায়েকজনীৰ বিয়া হৈছিল। মৃত্যুৰ পাছত মাটি বাৰী বিক্ৰী কৰি আৰু এজনীক বিয়া দিয়ে। দুজনীৰ বিয়াৰ পাছতো আৰু তিনিজনী ছোৱালী থাকিল। লগত থাকিল আৰু দুটা ভায়েক। দেউতাকৰ মৃত্যুৰ পাছত সম্পত্তিৰ নামত আছিল খেতি কৰা মাটি এডৰা আৰু জমিদাৰীৰ পৰা পোৱা অভয়াপুৰী চহৰত দুটা সৰু সৰু ঘৰ। দেউতাকৰ সঞ্চিত ধন মৃত্যুৰ আগে আগে তেওঁ নিজে চৰ নিঃশেষ কৰি থৈ গৈছিল। এনেকি আত্মশ্ৰাদ্ধ কৰিবলৈও ঋণত পৰিব লগা হৈছিল।

দেউতাকৰ তিল তিলকৈ ক্ষয় কৰিছিল কেন্সাৰ ৰোগে। জীৱনৰ সেই শেষ দিন কেইটাৰ ইতিহাস চকুলোৰ ইতিহাস। দেউতাকৰ মৃত্যুৰ সময়ত তৰু দশমমান শ্ৰেণীত। তাই আছিল আটাইতকৈ ডাঙৰ। সেয়ে দেউতাকৰ লগতে তাই সেই নিশ্চিত মৃত্যুলৈ বৈ

আছিল। দিনে নিশাই তাই দেউতাকক শুশ্ৰূষা কৰিছিল— জানো তাই দেউতাকক বচাব পাৰে! কিন্তু তাই নোৱাৰিলে। দেউতাকে তাইৰ সৈতে ঘৰৰ দুটা প্ৰাণীক এৰি থৈ গুচি গ'ল।

তথাপি প্ৰবেশিকা পৰীক্ষা পাছ কৰিবলৈ তাই অন্ততঃ পৰীক্ষাৰ দিন কেইটা চেষ্টা কৰিছিল। কিন্তু নোৱাৰিলে। শেষত একৰকম জোৰ কৰিয়ে সম্পত্তি বেচি তাইৰ ওপৰৰ জনীক বিয়া দিয়ে।

দুজনী বায়েকৰ বিয়াৰ পাছত মাকক এৰি তাইয়েই ঘৰৰ ভাঙৰ ছোৱালী। ঘৰ চলাবলৈ তাই ল'ৰা সাজিবলৈ ধৰিলে। চহৰখনৰ ভিতৰতে বা ওচৰৰে গাৱঁৰ স্কুলত চাকৰি কৰিবলৈ খুজিছিল। বহুত বিচাৰিও যেতিয়া নাপালে, তেতিয়া অভয়াপুৰীত থকা হস্পিতালৰ সংস্পৰ্শলৈ আহি এই ধাত্ৰী বিদ্যা আৰম্ভ কৰে। কাৰণ ঘৰখনক বচাবলৈ সেই সময়ত ধাত্ৰী হোৱাৰ বাহিৰে আৰু বেলেগ কিবা কৰাৰ কথা ভাবিবলৈ পৰা নাছিল। তেতিয়াৰ পৰা তাই পাঁচ বছৰ নাৰ্চ হৈয়ে আছে। কষ্ট কৰি হলেও ঘৰলৈ টকা পঠিয়াইছে। এই পাঁচ বছৰৰ ভিতৰতে তাই অইন এজনী বায়েকৰ সহায় লৈ ভনীয়েক এজনীক বিয়া দিছে। বাকী ভনীয়েক দুজনীৰ সৈতে দুটা ভায়েকক এতিয়া পঢ়ুৱাইছে। তাইৰ এতিয়া ইচ্ছা দুটা ভায়েকৰ অন্ততঃ এটাক তাই ডাক্তৰ কৰিব।

কিন্তু তাইৰ বিয়া নোহোৱাকৈ কলেজৰ পি, ইউ, চি, শ্ৰেণীত পঢ়ি থকা ভনীয়েকক বিয়া দিবলৈ খোজাত আপত্তি উঠিছিল— মাক, ভায়েক, ভনীয়েক আটাইৰে পৰা। তাই তেতিয়া উত্তৰ দিছিল— হস্পিতালৰ নাৰ্চ হোৱাৰ পাছত তাই বিয়াৰ কথা ভবা নাই। সেই অনিশ্চয়তাই তাইৰ ভনীয়েকবো লগৰী হোৱাটো তাই নিবিচাৰে। কিন্তু তাই সেই অনিশ্চয়তাৰ বুকুত খোজ দিছিল একমাত্ৰ এটা উদ্দেশ্য সাধন কৰিবলৈ— যাতে দেউতাকৰ মৃত্যুত সিহঁতৰ পৰিয়ালটো

আর্থিক দৰিদ্ৰতাত নিঃশেষ হৈ নাযায়। মধ্যবিত্ত শ্ৰেণীৰ হলেও জমিদাৰৰ ঘৰত কাম কৰা বুলি সিহঁতৰ গাৱঁৰ ঘৰ খনৰ অভয়াপুৰী চহৰতো এটা আভিজাত্য আছিল। দাৰিদ্ৰই বংশ গৌৰৱ আভিজাত্যত আঘাত হানিলে। কিন্তু তাই সকৰে পৰা চাই থকা সমাজখনৰ আগতে সিহঁতৰ খৰখনক তেনেকৈ জাহ যাবলৈ দিব নোৱাৰে।

তাই দিয়াও নাই। এতিয়া তাই ঘৰখনক চলাই আছে। ঘৰৰ বাবেই যেতিয়া তাইৰ জীৱনটো উছৰ্গা কৰিছে। ঘৰখনক তাই বচাবই। আজি পাঁচোটা বছৰে তাই নাৰ্চ হৈ আছে। এই পাঁচোটা বছৰত তাই কিমান ৰোগীক লগ পালে, কিমানক শুশ্ৰূষা কৰি তাই কত ৰোগীৰ দেহলৈ জীৱনশক্তি আনিলে, আজি কোনে খতিয়ান দিব? তাই মাথো কব পাৰে শুশ্ৰূষাৰ সময়ত তাই কেতিয়াও কাৰ্পণ্য কৰা নাই। তাই মানসিক প্ৰস্তুতিৰ অভাৱ দেখুওৱা নাই। তাই অন্তৰৰ কৃশতা দেখুওৱা নাই।

কিন্তু তাইৰ মৃত্যুলৈ বৰ ভয়। তিল্ তিলকৈ শেষ হৈ যোৱা দেউতাৰ স্মৃতিয়ে তাইক গ্ৰাস কৰিলে। ভাগ্যৰ বলত দেউতাকৰ মৃত্যুৰ পাছত অইন কোনো কেঞ্চাৰ ৰেমাৰীক শুশ্ৰূষা কৰিব পৰা নাই। কিন্তু তাই মৃত দেহ দেখিছে। মৃত্যুৰ পাছত বহুতৰে মুখমণ্ডল তাই কাপোৰেৰে ঢাকি দিছে। কথা কৈ থকা জীয়া মানুহে হঠাৎ পিঙল বৰ্ণ হোৱা তাই এই পাঁচ বছৰে বহুতকে দেখিছে। কিন্তু তাইৰ হাতত মৃত্যু হোৱা নাছিল, মাত্ৰ এটাৰ বাহিৰে। অপাৰেশনৰ সময়ত ডঃ মহন্তৰ লগত তাইকে প্ৰায় লোৱা হৈছিল। মনৰ একাগ্ৰতা আৰু অন্তৰৰ সাহসৰ বাবে তাই অপাৰেশনৰ সময়ত এজনী স্থায়ী নাৰ্চ আছিল। তিনি বছৰৰো অধিক কাল ধাত্ৰী জীৱনৰ অভিজ্ঞতা হোৱাৰ পাছত তাইৰ হাতত মৃত্যু হৈছিল এজনী প্ৰসূতিৰ। সেই প্ৰসূতিৰ

মাতৃ হোৱাৰ বেদনা সেইবেলি প্ৰথম আছিল। বিবাহৰ তেৰবছৰ পিছত প্ৰথম প্ৰসৱৰ জন্ম যন্ত্ৰণাত তাই মৃত্যুমুখী হব লগাত পৰিচিল। সেই সন্তান জন্মৰ স্বপ্ন-এক বেদনা ভৰা স্বপ্ন। অস্থিৰ বেদনাত ছুদিন ভাগ থকাৰ শেষত তাইৰ পেট কাটিব লগাত পৰিচিল। কিন্তু অৱশেষত মৃত সন্তানৰ লগতে তাইয়ো মৃত্যুৰ পথ আকোৱালি লৈছিল। অস্ত্ৰোপচাৰৰ আগতে তাই তকক কৈছিল—

—চিষ্টাৰ ! মই জানো মোৰ শেষ সময় আহিছে । ইমান যন্ত্ৰণা লৈও মই মাতৃ হব খুজিছিলোঁ । তাৰ কাৰণ মোৰ স্বামীয়ে মোৰ পৰা বিচাৰিছিল এটি সন্তান । মই তেওঁক এটি সন্তান উপহাৰ দিব খুজিছিলোঁ। মই যদি তেওঁক মই জী থকা অৱস্থাত সেই সন্তান দিব নোৱাৰোঁ। তুমি মোৰ হৈ তেওঁক ক্ষমা খুজিবা । আৰু কৰা ! তেওঁ পিতৃ হোৱাটো মোৰ জীৱনৰ শেষ ইচ্ছা, মোৰ অবিহনে তেওঁ যেন পুনৰ বিয়া পাতে ।

তাৰ পাছত সেই মৃত্যু পথৰ যাত্ৰীয়ে কান্দি দিছিল । তকয়ে চকুলো মছি দিছিল আৰু কঁপা কঁপা মাতেৰে তাইক তেনেকৈ ভৰা বাবে খং কৰিছিল । তকয়ে ভাবিছিল—কেতিয়াবা যদি সেই পত্নীহাৰা মানুহজনক লগ পায়, তাই সেই মৃত্যু মুখৰ যাত্ৰীৰ কথাবোৰ কব, কৈ কৈ সান্ত্বনা দিব । তাই এনেয়ে ভাবিছিল ।

—যদি অৱস্থাৰ গতিত পৰি তাইকে সেই মানুহজনে বিচাৰে । তাই কি কৰিব ? হমুনিয়াহ পেলাই তাই ভাবিছিল । ঈশ্বৰে জানো তাইক সিমান ভাগ্যবতী কৰিছে । তাই এজনী নাৰ্চ ! এই গোটেই বোৰ কথা তকয়ে তাইৰ ধীৰুদাক কৈছিল ।

হস্পিতালৰ কত কথা । জীৱনৰ বাবে কত সংগ্ৰাম ! কিমানৰ জীৱনলৈ কত কাকুতি । এই হস্পিতাল ! ইয়াতে কিমানে জীৱন পায় ৷ কিমানৰ জীৱনে হৰবিৰ্ণা পতন হয় ! কতজনে ইয়াতে জীৱনৰ প্ৰথম

পোহৰ দেখে । পৃথিবীৰ মাটিৰ পৰশন লভে, জীৱনে হাঁহি দিয়ে । আৰু কতজনাৰ বাবে ইয়াত ডাকিনী যোগীনীয়ে নৃত্য কৰে ! চামুণ্ডা নৃত্য ! মনুষ্য দেহৰ ৰক্তপান কৰিবলৈ সিহঁতে লেলিহান জিভা মেলে ! মৃত্যুৱে ইয়াত কিৰিলি পাৰে ।

ধীৰুৱে মাথোন কথাবোৰ শুনি যায় । হস্পিতাল জীৱনৰ বিচিত্ৰ অভিজ্ঞতা । হস্পিতালৰ অভিজ্ঞতা তাৰ নাছিল । যদিও বহুত দিনৰ পৰাই পেটৰ বৈমাৰত ভুগিছিল । হস্পিতালত কিন্তু থাকিব লগাত পৰা নাছিল । তিনি বছৰ আগৰ পৰাই পেটৰ বিষ কমি আহিছিল । ঔষধতকৈও বেছি ভাল পাইছিল বন্দনাৰ শুশ্ৰুষাত । বন্দনা থকা কালত ধীৰেন লাহে লাহে সুস্থ হৈ আহিছিল । কিন্তু বন্দনাৰ অবিহনে ধীৰেনৰ জীৱনৰ স্থিতি যেন নাইকিয়া হৈ পৰিছিল । ধীৰেন যেতিয়া চেণ্ট্ৰেল এক্সাইজত যোৰহাটত কাম কৰিছিল, তেতিয়াই বন্দনাৰ লগতে চিনাকী হৈছিল । তেনে ব্যক্তিগত চিনাকী এবছৰ ধৰি চলাৰ পাছত বন্দনা বৰুৱা ধীৰেনৰ লগ লাগি বন্দনা দত্তলৈ ৰূপান্তৰিত হৈছিল । বন্দনা যেতিয়া সন্তান সম্ভৱা, তেতিয়া ধীৰেনক বদলি কৰিলে মণিপুৰলৈ । আওহতীয়া ঠাই বুলি ভাবি বন্দনাৰ তেনে অৱস্থাত ধীৰেনে বন্দনাক লগত লৈ নগৈ নিজৰ গুৱাহাটীৰ ঘৰতে থৈ গৈছিল । ধীৰেনৰ সেই বিদায়ে বন্দনাৰ লগত শেষ দেখা । নিৰ্দ্ধাৰিত সময়ৰ আগতে বন্দনাৰ প্ৰসব বেদনা আৰম্ভ হৈছিল । শিশুৰ লগতে বন্দনাকো—ধীৰেনে নেদেখাকৈয়ে হেৰুৱাব লগা হৈছিল ।

টেলিগ্ৰাম পাই ধীৰেন ঘৰলৈ আহি কলিজা চেচাঁ কৰি দিয়া স্মৃতিৰ বাহিৰে একো নাপালে । মণিপুৰলৈও ধীৰেন উভতি গৈ চাকৰিত ভৰ্ত্তি নহ'ল । গোটেই জীৱনৰ বাবে সি যেন অকলশৰীয়া হৈ পৰিল । নিজৰ হাঁহে লগৰী যেন ভাবি ধীৰেনে তেতিয়া এটা অন্ত জীৱন যাপন কৰিলে । খোৱা লোৱা শোৱাৰ সকলো নিয়ম ভঙ্গ হ'ল । পেটৰ

বিষটো আকৌ উক্ দিলে । আগৰ চাকৰি বাদ দিলে, কিন্তু জীয়াই থাকিলেই খাই থাকিব লাগিব ভাবি ওকালতিকে আৰম্ভ কৰিলে !

কোনো সঙ্গতি নোহোৱাকৈ এনেয়ে ভাবি ললে দুখীয়া বিধবাৰ পৰা তেওঁ মোকৰ্দ্দমাৰ বাবে ফিজ্ নলয় । অন্তৰৰ নেদেখা কোনত যেন এটা ভাবে ঠাই পাইছিল বন্দনা এতিয়াও জীয়াই আছে । হয়তো কোনোবাৰ ঘৰত, হয়তো হস্পিতালত । কেৱল নাই শ্মশানত ! মৰি যেন গৈছে সি নিজে । সি মৰি মৰি জীয়াই আছে আৰু বন্দনা মৰিও তাৰ অন্তৰত জীয়াই আছে । পাৰ্থক্যতো এইয়ে ।

কিন্তু এই গোটেইবোৰ কথা তৰুৱে জনা নাছিল । সঁচা কথা ক'বলৈ গ'লে ধীৰেন ইয়ালৈ জীয়াই থকাৰ আশাতকৈ মৰোঁ বুলিয়ে আহিছিল । তাৰ ইচ্ছা আছিল অস্ত্ৰোপচাৰ হ'ব—কিবা ভুল ভ্ৰান্তি হলে সিও মৰি থাকিব । যিদৰে বন্দনা মৰিছে—সিও যদি তেনেকৈ মৰিবলৈ পাৰিলেহেঁতেন ! এটা ছমুনিয়াহ পেলাই সি তৰুক সুধিছিল ।

—তৰু ! অপাৰেশ্বনৰ সময়ত মানুহবোৰ কেনেকৈ মৰে ?

—হঠাৎ তোমাৰ এনে প্ৰশ্ন কিয় ? কটাকটি কৰোতে ভুল হ'লে, ঔষধৰ ব্যৱহাৰ ভুল হ'লে, তেজৰ মাত্ৰা কম হলে—ৰোগী মৰিব পাৰে । ডাক্তৰ বা চাৰ্জন বা নাৰ্চ অপৈনত হলেও ৰোগী মৰিব পাৰে ।

—মোৰ চাৰ্জন ভাল আছিল নহয় ? সেয়ে মই নমৰিলোঁ ।
নাৰ্চ বেয়া হলে ৰোগী কেনেকৈ মৰিব পাৰে ?

—অপাৰেশ্বনৰ সময়ত নাৰ্চৰ সহায় অপৰিহাৰ্য্য । বিচৰাৰ লগে লগে বস্তু নাপালে; সময়ৰ যথাযথ ব্যৱহাৰ নহলে—ৰোগী বাচি উঠাটোৱে অস্বাভাবিক । আৰু এটা কথা কম শুনিবা ?

—কোৱা ।

—অপাৰেশ্বনৰ সময়ত মই থাকোতে যিজনী একমাত্ৰ প্ৰসূতীৰ মৃত্যু হৈছিল তাৰ বাবে আচলতে ময়ে দায়ী আছিলো । তাৰ আগতে মই অপাৰেশ্বনত বেছি থকা নাছিলোঁ । সেইদিনা সেইজনীৰ অস্ত্ৰোপচাৰ চলি থাকোতে তেজ দেখি মোৰ মূৰ ঘূৰাইছিল । মই পৰি যাওঁ । মুহূৰ্ত্তে এনে ঘটনা ঘটি যোৱাত চাৰ্জ্জন অপাৰগ হৈ পৰে । অপাৰেশ্বন সফল নহল ।

—মোৰ অপাৰেশ্বনৰ সময়ত তোমাৰ মূৰ ঘূৰাই যাব নোৱাৰিলে ! ময়ো—

—হস্পিতালৰ পৰা ডিচচাৰ্জ হবলৈ অৰ্ডাৰ পাবৰ আগে তুমি এইবোৰ কি কৈ আছা ?

—তুমি সুবুজিবা তক । জী থকাৰ আকাঙ্ক্ষাতকৈ মৰিবলৈ হেঁপাহ লৈয়ে মই সেই অপাৰেশ্বন থিয়েটাৰলৈ সোমাইছিলোঁ ।

—মৰণলৈ তোমাৰ ইমান হেঁপাহ কিয় ?

—বৰক—তুমি সোধা জিয়াই থাকিলে তুমি কাক লৈ জয়াই থাকিবা ? নিজৰ ছাঁকে লৈ কবিতা লিখা দিন কাটানিবাই উকলি গ'ল তক ? আৰু শুনা—

—কোৱা

—তুমি মোক যেনেকৈ জানিছা, সেইটোৱেই মোৰ পৰিচয় নহয় । কাইলৈ মোক ডিচচাৰ্জ কৰিব । যোৱাৰ আগতে তোমাক মই মোৰ পৰিচয় দি যাওঁ । আজি মোৰ স্বীকাৰোক্তি হক । যোৱাৰ আগত মই তোমাক ঠগি নাযাওঁ । ইতিমধ্যে তোমাক মই ভুল পথে নিছোঁ । মোক ভুল বুজিবলৈ তোমাক ময়ে সুবিধা দিছোঁ । কিন্তু মই যি ভুল কৰিছো তাৰ শেষ নাই । মই সেই ভুলৰ ওচৰত সমৰ্পন কৰিব নোৱাৰোঁ । মই দেখুওৱা মৰমৰ বাবেই তুমি মোক ভাল পাইছিলা ।

মোক তুমি পাব খুজিছিলা, মোক তুমি দিনে নিশাই শুশ্ৰুষা কৰিছা, কৰ্তব্য সময়ৰ বাহিৰতো তুমি মোৰ ওচৰত থাকি আঁৰে আঁৰে কান্দিছা । কিন্তু মই এটা ঠগ ! প্ৰৱঞ্চক ! মই বিবাহিত পুৰুষ ।

—ধীৰুদা !

—মই বিবাহিত । তিনিবছৰ আগতে মোৰ বিয়া হৈ গৈছে । ডেৰ বছৰ আগতে মোৰ পত্নী ঢুকাইছে ।

—ধীৰুদা ?

—ক'বলৈ দিয়া । পত্নীৰ আদ্য শ্ৰাদ্ধৰ দিনা চকুলো টুকি টুকি কৈছিলোঁ, তোমাৰ দৰে ময়ো এদিন হস্পিতালৰ অপাৰেশ্বন থিয়েটাৰলৈ যাম সোণ, আৰু তোমাক যি ডাক্তৰ আৰু নাৰ্চৰ দ্বাৰা অস্ত্ৰোপচাৰ কৰা হৈছিল, ময়ো সিহঁতৰ ওচৰলৈ যাম, গৈ কম—অপাৰেশ্বন থিয়েটাৰতে মোকো শেষ কৰি দিয়া ডাক্তৰ ! জীৱন মেলাৰ প্ৰথম পুৱাতে মোৰ সকলো আশাৰে যে মৃত্যু হ'ল ! মই এতিয়া কাক লৈ কথা পাতিম, কাক লৈ নিচুকণী গীত জুৰিম ! তক । সেইবাবেই কৈছোঁ তক ! অপাৰেশ্বনৰ সময়ত তুমি মোক অকণো সহায় কৰিব নোৱাৰিলা । বন্দনাৰ অবিহনে কোন মোৰ বাস্ত বন্ধনলৈ আহিব তক ?

—কি কলা—কি নাম—বন্দনা ?

—এৰা তক—বন্দনা দত্ত, ৱাইফ অৱ ধীৰেন দত্ত, মৃত্যু—১৯৬৫ চনৰ ২৬ জুন বুধবাৰ, দিনৰ আঢ়ৈ বজাত । আৰু কি লাগে তোমাক, আৰু কি লাগে ? মই বিবাহিত ! তুমি মোৰ পৰা আঁতৰি যোৱা । মই-মই তোমাক গ্ৰহণ কৰিব নোৱাৰিম । মই স্থবিৰ ।

হঠাৎ তক বজ্ৰ পৰা মানুহৰ নিচিনা স্থবিৰ হৈ প'ল । কিছু সময় ধীৰেনৰ কালে চাই ৰ'ল । তাৰ পাচত তক কঁপিবলৈ ধৰিলে । বেদনা প্লাবিত অন্তৰ লৈও ধীৰেনে তকক লক্ষ্য কৰিলে । ক্ষুব্ধ মানুহৰ দৰে ধীৰেণে তকক *বিমূঢ় হৈ সুধিলে—*

তুমি কঁপিছা কিয় ? মৃত্যুক নার্চে ভয় কৰে ?

তকৰে বহুতপৰলৈ কথা কব পৰা নাছিল। কওঁ বুলিও কব পৰা নাছিল। হঠাৎ বিচনাৰ পৰা উঠি খিড়ীকিৰ কাষলৈ গৈ নদীৰ ফালে চাই চাই তকৰে কৈছিল—

—তোমাক মই এটা 'কেছ' দিম। তুমি আদালতলৈ গৈ তাৰ বিচাৰ কৰিবা।

তাৰ মানে ?

—তাৰ একো মানে নাই। পাৰা যদি যোৱাৰ আগতে মোক কৈ যোৱা। কাৰণ তুমি যোৱাৰ আগত সম্ভৱ তোমাৰ সৈতে এয়া মোৰ শেষ বাৰৰ সাক্ষাত। এজনী নাৰ্চে এজন মানুহৰ নিষ্কলুষ ঘৈণীয়েকক গাফিলতি কৰি মৃত্যু ঘটালে নাৰ্চজনীৰ কি হব পাৰে ? কাৰাদণ্ড নে মৃত্যুদণ্ড ?

—ত—ক ?

তকৰে আৰু থাকিব নোৱাৰিলে ! হুক হুকাই কান্দি দিলে। কান্দি কান্দি তাই ক'লে—তুমি ক্ষমা নকৰিবা ধীৰুদা, ক্ষমা নকৰিবা। বন্দনা দত্ত আছিল তোমাৰ বিবাহিতা পত্নী। মই এজনী নাৰ্চ। এজনী ক্ষুদ্ৰ নাৰ্চৰ বাবে তুমি জীৱনৰ আটাইতকৈ ভাল পোৱা মানুহ গৰাকীৰ হত্যাৰ অপৰাধত ধুনীক এনেয়ে যাব নিদিবা। তোমাৰ হাতত আইন আছে, তোমাৰ টকা আছে। মই তোমাৰ হৈয়ে সাক্ষী দিম। মই সকলো স্বীকাৰ কৰিম। সেই মৃত্যুৰ বাবে মই দায়ী। মই হত্যাকাৰী—

উত্তেজিত হৈ তকৰে কিছু সময় খিড়ীকিৰ কাষতে বহি পৰিছিল। এক দীৰ্ঘক্ষণ নীৰৱতাৰ মাজেৰে অতিবাহিত হৈছিল। সেই নীৰৱতাক আকৌ বেছি নীৰৱ কৰি তক সেই কোঠাটোৰ পৰা এটা সময়ত ওলাই গৈছিল।

পিছ দিনা ধীৰেন দত্তই হস্পিতালৰ পৰা দিচ্‌চাৰ্জ কৰা সময়ত তৰুলৈ এখন চিঠি লিখি পঠিয়াই দিছিল।

মৰমৰ তৰু,

অন্ততঃ হস্পিতাল এৰি যোৱা সময়ত তোমাক এবাৰ বিচাৰিছিলোঁ। কিন্তু লগ নেপাম যেন ভাবি এইখিলা কাকত লিখি থৈ গলোঁ। ইতিমধ্যে তুমি মোৰ চিঠি পাবা। তুঘন্টা পাছত সঁচাকৈ মই এই ৰোগ শয্যা এৰি যাম! নাটকীয় গতিত মোৰ জীৱনটো আগবাঢ়িছে। কালি ৰাতি এখন নাটকৰ যৱনিকা পতন হ'ল নে নতুন দৃশ্যপট আৰম্ভ হ'ল মই এতিয়াও বুজিব পৰা নাই। এটা কথা ঠিক যে বন্দনাৰ মৃত্যুৰ বাবে দায়ী যি কোনোকে মই ক্ষমা নকৰোঁ। যদিহে সেই 'মৃত্যু'ৰ যথেষ্ট প্ৰমান পাওঁ।

কিন্তু তুমি যদি ভাবিছা আইন কেৱল দোষীক শাস্তি দিবলৈ, তুমি ভুল কৰি আছা। আমাৰ দৰে আইনজীৱি সকলৰ দোষীক শাস্তি বিহাৰ নিশ্চয় এটা কৰ্ত্তব্য আছে। কিন্তু সেইটোৱে মূল কথা নহয় তুমি এটা কথা জানিবা—আইনৰ বিচাৰত দোষীয়ে শাস্তি পোৱাটো লক্ষ্য হলেও আইনৰ দায়বদ্ধতা হ'ল কোনো নিৰ্দোষ ব্যক্তিয়ে যাতে শাস্তি নাপায়। সেই বাবেই তুমি যদি ভাবি আছা যে আমি ইচ্ছা কৰিলেই নিৰ্দ্দোষীক শাস্তি দিব পাৰোঁ, তুমি ভুল বুজি আছা। তোমালোক চিকিৎসক সকলে যেনেকৈ জীৱন দিওঁ বুলিও জীৱন দিব নোৱাৰা, আমি আইনজীৱি সকলেও তেনেকৈ কাৰোবাক মাৰোঁ বুলিও মৃত্যুদণ্ড বা শাস্তি বিহিব নোৱাৰোঁ। তোমাকো মই নোৱাৰোঁ এইবাবেই নহয় যে তুমি মোক নিঃস্বাৰ্থ ভাবে শুশ্ৰুষা কৰিছা, কিম্বা দেহৰ তেজ দি দি মোক বচালা। তোমাক বন্দনাৰ মৃত্যুৰ বাবে 'হত্যাকাৰী' বুলি প্ৰমান কৰিবলৈ মোৰ ওচৰত প্ৰমানৰ অভাৱ।

তোমাৰ কথা মতেই মই বুজিছোঁ—বন্দনাৰ অপাৰেশ্বন থিয়েটাৰত মৃত্যু হোৱাত বন্দনাক 'মাৰো' বুলিয়ে তুমি মূৰ্চ্ছা যোৱা নাছিলা, হত্যা কৰিবলৈ তোমাৰ অভিপ্ৰায় নাছিল। তাতোকৈ ডাঙৰ কথা যিকোনো ব্যক্তিয়ে নৰহত্যাত লিপ্ত হ'ব নোৱাৰে। তাৰ বাবে দানবীয় সাহসৰ প্ৰয়োজন। আৰু এটা কথা মই উপলব্ধি কৰিছোঁ, আমাৰ প্ৰত্যেকৰে জীৱন কোনোবা দিনৰ এনে এটা মুহূৰ্ত্তত গৈ উপনীত হয় য'ত মানবীয় জ্ঞান-বিজ্ঞানৰ সকলো প্ৰকাশ নিষ্প্ৰভ হয়। জীৱনক বচোৱা যুদ্ধত আমি হাৰ মানো। বন্দনাক বচোৱা যুদ্ধত হাৰ মানিলোঁ।

জীৱনৰ শেষ দিনটো আটাইৰে বাবে এটা বিৰাট ব্যৰ্থতা। সেইদিনা তুমি মই আটায়ে হাৰ মানো তক

আমি যাবলৈ নোখোজো---কিন্তু যাব লাগে। তাতেই আমাৰ পৰাজয়! শেক্সপীয়েৰৰ **King Lear** ৰ **Gloucester** য়ে জানো এই বুলি কোৱা নাই—

**—'As flies to wanton boys are we to the Gods.**
**They kill us for their sport'.**

সেই নিয়তি মায়াহীন তক মোকো মায়া দেখুওৱা নাই। মৃত্যুৰ সময়ত মই বন্দনাৰ কাষতো থাকিব নোৱাৰিলোঁ। তথাপি আমি জীয়াই থাকিব লাগে। বহুত কষ্টতো জীয়াই থাকোঁ। ৰোগ হ'লে দৰৱ খাওঁ। বাচি থাকিবলৈ দেহ কাটো-চিৰাচিৰ কৰো। নিয়তিয়ে মমতা পৰ্য্যন্ত এই পৃথিবী আমাৰ!

বহুত কথা ভাবি ঠিক কৰিলোঁ বন্দনাৰ শেষ ইচ্ছা ৰাখিব লাগিব। তেওঁক মই ভাল পাইছিলোঁ, আজিও ভাল পাওঁ। আৰু সেই বাবে-ইতো তোমাৰ ইচ্ছা সাপেক্ষে তকলতা দাসৰ পৰিবৰ্ত্তে তোমাক মিচেচ তকলতা দত্তৰ ৰূপতে পাবলৈ বিচাৰোঁ। কাৰণ - বন্দনা আৰু মোক তোমাতকৈ কোনেও বেছিকৈ বুজিব পৰা নাই। মৰমৰে ইতি—

তোমাৰ ধীৰুদা

# যাত্ৰী

হাতলৈ মাৰি পঠিওৱা ফুলটো ধৰিব নোৱাৰিলে—নেখাৰ ইজ্‌হোষ্টাইল্‌। প্ৰকৃতি প্ৰতিকূল। বতাহে উৰুৱাই নিলে।

কাবেৰীয়ে তেতিয়া মোলৈ চাই আছিল। ময়ো তাইলৈ চাই ৰৈছিলোঁ। হাতৰ পৰা সৰকি পৰা ফুলটো তুলিবলৈ বৃথা চেষ্টা মই নকৰিলোঁ। মই কেৱল ভাবিছিলোঁ—ক্ষন্তেক পিছতে ষ্টেচনৰ পৰা ট্ৰেইনখন গুচি যাব। কাবেৰীও যাব। লগতে যাব মাকহঁত।

ধুবুৰী ৰেল ষ্টেচনটো মানুহে ঠাহ খাই পৰিছিল। প্ৰায় এবছৰ ধুবুৰী বা অন্য ঠাইত কটোৱা বাংলা দেশৰ শৰণাৰ্থী সকলৰ শেষ আৰু বৃহত্তম অংশটো এই ট্ৰেইনেৰে যোৱাৰ কথা। বাংলা দেশত স্বাধীনতা সংগ্ৰাম প্ৰচণ্ড গতিত চলি থকা সময়তে লাখে লাখে শৰণাৰ্থী দেশৰ অইন অংশলৈ অহাৰ নিচিনাকৈ অসমৰ পশ্চিম সীমান্তৰ চহৰ এই ধুবুৰীলৈও আহে। সেই সকলৰ বৃহৎ অংশক ৰখা হৈছিল শৰণাৰ্থী শিবিৰ বোৰত। অইন বহুতেই আছিল নিজৰ আত্মীয় স্বজনৰ ঘৰত।

প্ৰায় এবছৰ কাল ধুবুৰীত থকাৰ পাছত কাবেৰীও আজি স্বাধীন বাংলা দেশলৈ যাব খুজিছে। মই ৰেল ষ্টেচনলৈ সেই বাবেই আহিছিলোঁ। কাবেৰীৰ মোমায়েক কল্যাণেশ চৌধুৰীহঁতো আহিছিল। তেওঁ অলপ উদগ্ৰীব হৈ আছিল। লগৰ ভালেকেইজন বজাৰলৈ গৈ এতিয়াও উভতি অহা নাই।

আমি অৱশ্যে সিহঁতে পলম কৰাত ভালেই পাইছিলোঁ। জানোচা আৰু দুষাৰ কথা বেছিকৈ কব পাৰোঁ। কল্যাণেশ চৌধুৰীয়ে পৰিবেশটো লঘু কৰিছিল।

খোলা অন্তৰৰ কল্যাণেশ চৌধুৰীয়ে আমাক লক্ষ্য কৰিয়েই

কৈছিল—মিঃ দত্ত ! মোৰ ভাগিনীক কৈ দিয়ক ইয়াৰ পাছত যাতে তাই আৰু লোকৰ ঘৰলৈ টিউশ্যন কৰিবলৈ নাযায় ।

প্ৰসঙ্গৰ কথা মনত পৰি যোৱাত আমি খিক-খিকাই হাঁহিছিলো ।

সেই এটা দিন । কাবেৰী মোৰ ঘৰলৈ সম্পূৰ্ণ অপ্ৰত্যাশিত ভাবে আহিছিল । এজনী ছোৱালী যি জনীক মোৰ সন্মুখৰ ৰাস্তাৰ আগেৰে অহা-যোৱা কৰা কেবাদিনো দেখিছিলোঁ, কিন্তু কথা হোৱা নাছিলোঁ ।

সাধাৰণতে ধুবুৰীৰ বিত্তাপাৰা, মিছন ৰোডৰ মানুহখিনিক আমি প্ৰায়ে চিনি পাওঁ । কেবা বছৰৰ পৰা একেলগে একেখন ঠাইতে থাকিব লগা হোৱা বাবেই এটা চিনাকি আছিল ।

অৱশ্যে নিতে নতুন মানুহৰ যে সমাগম নহৈছিল সেইটো নহয় । তেনেকুৱা বহুতো নতুনৰ ভিতৰত কাবেৰীৰ মুখখনিও মোৰ বাবে নতুন আছিল ।

নতুন মুখ ! উজ্বল ৰঙৰ এক গাভৰুৰ মুখ । প্ৰথম দেখাৰ দিনাই কিয় জানো এটা ইচ্ছা হৈছিল —যদি চিনাকি হবলৈ পাৰিলোঁহেঁতেন ! কিন্তু কতই যে নতুন গাভৰু লগ পাইছোঁ, আটাইৰে লগত জানো পৰিচয় ঘটিছে ? তেনেকুৱা অপৰিচিতা সকলৰ মাজত কাবেৰীকো হেৰাই যাবলৈ দিওঁ ।

মাজে মাজে মোৰ ঘৰৰ সন্মুখৰ ৰাস্তাৰে যাওঁতে বা মই বাটত লগ পাওঁতে মই এনেয়ে ভাবোঁ—হয়তো মোৰ অনতিদূৰত থকা ৰামকৃষ্ণ মিছনলৈকে অইন বঙালী মানুহ সকলৰ নিচিনাকৈ তাইো যায় । কাৰণ ধুবুৰীত বঙালী হলেই ৰামকৃষ্ণ মিছনৰ লগত সম্বন্ধ ৰখা এটা নিয়মৰ কথা ।

তাইৰ চাকৰি—পোষ্ট অফিচ. নাম ধাম একো নাজানো । তাইৰ পৰিচয়—গোলাপী ৰঙৰ শাৰীখনে গাত লিপিট খাই থকা তেজৱন্তী সেই ছোৱালীজনী ! সচয় তাই বিফিক্তী ছোৱালী ।

যন্ধ্যৰ দিনত অলপ পলনকৈ উঠিয়ে চাহটুপি খাই উঠি চিগাৰেটত টান দিছোঁ । দুৱাৰত নক্ কৰা শুনি দুৱাৰখন মেলি দিওঁ । উচপ্ খাই উঠিছিলোঁ । এজনী ফুটফুটীয়া ছোৱালীৰ লগত সেই ছোৱালীজনী ! কি কথা ? কিবা জানি বুজি গ'ল নেকি ?

মুহূৰ্ত্ততে এটা . কথাত সচেতন হলোঁ । গাত আছিল গেঞ্জী । হাত দুখনেৰে গলৰ হাড় দুডাল বৃথাই ঢাকিবলৈ চেষ্টা কৰি কলোঁ—

—অ কাম্ ইন্—কাম্ ইন্ প্লিজ্ ।

মোৰ লাজ লগা অৱস্থাটো দেখি তাই মিচিককৈ হাঁহিবলৈ খুজিও নাহাঁহিলে । তাইৰ চকুয়ে হলে সেই হাঁহিক লুকাব নোৱাৰিলে ।

—নমস্কাৰ ! মোক মিঃ কল্যাণেশ চৌধুৰীয়ে পঠিয়াইছে । মই তেওঁৰ ভাগিনী ।

—বহা বহা । তোমাৰ লগৰ ভন্টিজনী ক'ৰবাত দেখিছোঁ যেন লাগে ।

—মামাৰ ছোৱালী শিল্প্ ।

—এৰা মনত পৰিছে । 'জ্যোতি জন্ম দিৱস'ত শিল্পুহঁতে প্ৰ্ পদাল পৰিবেশন কৰিছিল । এওঁ খুব ভাল নাচিব পাৰে ।

শিল্পু লাজ পাই তলমুৱা হৈছিল । এই ন-দহ বছৰীয়া ছোৱালীজনী কিন্তু কথাত সৈমান হোৱা বিধৰ নাছিল ।

—কাবেৰী দিদিয়ে মোতকৈও ভাল গাব আৰু নাচিব পাৰে ।

ভিতৰৰ পৰা গাত চাৰ্টটো লৈ আহোঁতে শিল্পুৰ কথাখিনি কাণত পৰিছিল । ঘেৰঘেৰাই থকা ৰেডিওটো বন্ধ কৰি ইতিমধ্যে মহো বহি পৰিলোঁ । মই কিন্তু কল্যাণেশ চৌধুৰীয়ে কাবেৰীক কিয় মোৰ ইয়ালৈ পঠিয়াইছে বুজিব পৰা নাছিলোঁ । চৌধুৰীৰ লগত মোৰ পৰিচয় হ'ল—বাস্তাত লগ পালে 'ভালনে' বিধৰ সোণা ধৰণৰ । অৱশ্যে চহৰৰ এগৰাকী গণ্য-মান্য আইনজীৱি হলেও সাহিত্য সংস্কৃতিত মানুহ জনৰ বাপ আছে । সেই তেনেকুৱা কিবা সঙ্গীত সন্মিয়া কোনোবা আলোচনা

চক্ৰতে আমাৰ কথা-বতৰা হয় । সেয়ে চৌধুৰীৰে কেলেই পঠিয়াইছে মই এনেই ভবা-গুণা কৰি থাকিলোঁ । । কাবেৰীয়েও অহাৰ কাৰণটো খুলি কোৱা নাই ।

এনেয়ে কথা পাতি গ'লো ।

—তাৰ মানে শিল্পীয়েও গান গায়, কাবেৰীয়েও গায় ।

—নাই, মই তেনেকে গান নাগাওঁ—কাবেৰীয়ে ক'লে ।

—আচ্ছা কেনেকৈ গোৱা গাবা । তোমাক অৱশ্যে ৰাস্তাত দেখিছিলোঁ । । এই ফালেই আহিছিলা নেকি ?

—মিছনলৈ কেবাদিনো আহিছোঁ । । মিছনলৈ আহিলে ভাল লাগে । এই ঠাইখিনি বেছ নিৰ্জন । কোলাহল নাই । হুলস্থুল নাই, অশান্তি নাই – মোৰ খুব ভাল লাগে । জয় বাংলাৰ কথা যেতিয়া বেছিকৈ মনত পৰে মই তেতিয়াই মিছনলৈ আহোঁ । ।

—তাৰ মানে তোমাৰ আচল ঘৰ জয় বাংলাত ?

—জয় বাংলাৰ ৰংপুৰত ।

জয় বাংলাৰ শৰণাৰ্থী এগৰাকীক পাই মোৰ কৌতুহল হ'ল । আচলতে দেশখনৰ ভিতৰত কি কি ঘটিছে বাক !

—তোমালোকৰ ঘৰৰ আটাইয়ে ধুবুৰিলৈ আহিছা নেকি ?

—মামাই মোক অকলে কোচবিহাৰৰ পৰা ইয়ালৈ আনিছে । মা এজনী ভনীৰ সৈতে কোচবিহাৰত থকা খুৰাৰ লগতে আছে । বাবা আৰু মোৰ একমাত্ৰ দাদা আহিবলৈ নোৱাৰিলে ।

—কিয় ?

—বাবা নিহত, দাদা নিখোজ ।

—হোৱাই ?

এক অপ্ৰত্যাশিত পৰিস্থিতিত ক্ষন্তেকৰ বাবে স্তব্ধ হৈ পলোঁ । ।

সহজ কথাৰ আঁত এই প্ৰসঙ্গলৈ নটনাই ভাল আছিল—মনতে

ভাবিলোঁ। । এক সদ্য পৰিচিত গাভৰুৰ মুখৰ পৰা ব্যথাহত জীৱনৰ এই নিষ্ঠুৰ কথাবোৰ শুনিবলৈ মই মুঠেই প্ৰস্তুত নাছিলো। অনাহুত কিন্তু আকাঙ্খিত এই গাভৰুৰ চকুজুৰি চলচলীয়া হৈছিল । তাইৰ চকুৰ লোতকে মুহূৰ্ত্ততে আমাৰ পৰিচয়ক যেন বেচি নিবিড় কৰি তুলিছিল। মোৰ ভাব হৈছিল—আমি যেন পৰিচিত বহুত দিনৰ। চিনাকি বহু বছৰৰ ।

সেই দিনৰ সেই কথাবোৰ মোৰ স্পষ্টকৈ মনত পৰিছিল। তাই ঘটনাটো বিৱৰি কৈ গৈছিল। মই এক নিশ্চুপ দৰ্শকৰ ভাব লৈ তাইৰ কথাবোৰ শুনি গৈছিলো.... স্থান মোৰ ড্ৰইংৰুম, শ্ৰোতা খিম্পু আৰু মই।

১৯৭১ চনৰ ২৮ মাৰ্চৰ দিনা দেউতাক ৰংপুৰৰ কোর্টলৈ গৈ ঘৰলৈ আৰু উভতি নাহিল। সিহঁতে শুনামতে ৰাস্তাত কোনোবাই পেটত ডেগাৰ বহুৱাই দিছিল।

ৰংপুৰত সিদিনা সন্ত্ৰাসৰ ৰাজত্ব। যিয়ে যেনি পাৰিলে পলাল। বাংলা দেশৰ দেশভুক্ত নাগৰিক মাত্ৰেই পৰস্পৰে পৰস্পৰক সহায় কৰিলে । মাক ভনীয়েকৰ সৈতে কাবেৰীহঁতক সেই ৰাতিয়ে মুক্তি বাহিনীৰ মানুহে ভাৰতীয় সীমান্তলৈ পাৰ কৰি দিলে। কাবেৰী কোচবিহাৰত খুৰাকৰ ঘৰত থাকি ধুবুৰীলৈ আহিল। মোমায়েকে লৈ আহিল।, কথাৰ পৰা ইয়াকো গম পালো কাবেৰীয়ে দৰ্শনত অনাৰ্চ লৈ এইবেলি বি, এ, ফাইনেল পৰীক্ষা দিব লাগিছিল। দেশৰ অৱস্থা অস্বাভাৱিক হৈ উঠাত পঢ়া-শুনা সমস্ততে বাধা পৰিল। পৰিয়ালৰ থান-থিত নোহোৱা হ'ল। ককায়েক নিখোজ, পিতৃ নিহত। বাকী থকা তিনিটা প্ৰাণীৰ দুটি কোচবিহাৰত এটি ধুবুৰীত। এয়া স্বাধীনতাৰ যুদ্ধ— আহুতি তেজৰ—পিতৃৰ বুকুৰ তেজৰ, ৰংপুৰ নগৰীত। হয়তো শ্বহীদ - একমাত্ৰ ককায়েক দিলুৱাবো!

প্ৰথমতে নিশ্চুপ হৈ পাছত এটাৰ পাছত এটাকৈ সাংবাদিকৰ দৰে প্ৰশ্ন কৰি তাইৰ কথাবোৰ শুনি গ'লো।

—বাবা গ'ল, দিলুৱাৰদা নিখোজ হ'ল আৰু —

তাই দীৰ্ঘ নিশ্বাস এটা পেলাই কিবা এটা যেন কওঁ বুলিও কব নোৱাৰা হৈ গ'ল। মই কথাৰ প্ৰসঙ্গ বেলেগ কথালৈ নিব খুজিলো।

—আৰু ঠিক আমাৰ দৰে কত হেজাৰ হেজাৰ মানুহ—দেশ এৰি দেশান্তৰ হ'ল, পাকিস্তানীৰ হাতত তেজ দিলে। কিন্তু এই অৱস্থা আৰু কিমান দিন চলি থাকিব।

—দি চিটুৱেশ্বন উইল্ বি নৰ্মেল চুন কাবেৰী। দিয়াৰ ইজ্ ইণ্টাৰ নেচনেল প্ৰেচাৰ নাও। ভাৰতে আশাতীত ভাবে সহায় কৰিছে।

— কিন্তু সমাধান ক'ত?

—সমাধান হব। ইণ্ডিয়াই মিলিটাৰী লৈ বাংলাদেশলৈ সোমাব লাগিব। দি মোমেণ্ট্ ইণ্ডিয়া এণ্টাৰস্ দিয়াৰ উইথ্ মিলিটাৰী, উই আৰ অন্ দি পথ অব চাল্যুশ্বন্। বাট্ ইউ মাষ্ট হেভ পেশ্বেন্স্। ধৈৰ্য্য তোমালোকৰ লাগিবই। তুমি সম্ভৱ নাজানা আমাৰ সিদিনা এখন আলোচনা চক্ৰ বহিছিল। বিষয় আছিল ইণ্ডিয়াই বাংলাদেশক ৰিকগ্নিশ্বন এতিয়া দিয়া উচিত হয় নে নহয়? তোমাৰ মামাই সেই দিনা এটা কথা কৈছিল। ভাৰতে অতি শীঘ্ৰে স্বীকৃতি দি বাংলা দেশত মিলিটাৰী সুমুৱাই দিব লাগে। হি ওৱাজ ভেৰি মাচ্চ ৰাইট্। মহো তাকে বিচাৰো। মই ভাবো এইটোকে। খিম্‌পুৱে বিচাৰে। নহয়নে খিম্‌পু?

খিম্‌পুৱে হাঁহি দিলে। কাবেৰীয়েও হাঁহি ৰাখিব নোৱাৰিলে। ইণ্টাৰ নেচনেল প্ৰব্লেম এটা লৈ খিম্‌পুৰ লগত আলোচনা। হাঁহিবইতো! এক শুক গম্ভীৰ পৰিবেশৰ ৰূপান্তৰ ঘটিল।

—খিম্‌পু! পিছে তোমাৰ বাবা কেনে আছে? তেখেতক কিছুদিন

দেখাই নাই।

– কিন্তু মামাই হেনো কালি আপোনাক লগ পাই মোৰ কথা কৈছিল! কাবেৰীয়ে ক'লে।

—কালি! উহুঁ! আচ্ছা কি কোৱা বুলি ক'লে? কথা

—নহয়, মই মানে মামাক কৈছিলো। মনটো বেয়া লাগি থাকে। কিবা এটাত নিজকে এনগেজড্ ৰাখিব পাৰিলে ভাল লাগিব। ইমান দিন শ্বিম্প্ আছিল। তাই পঢ়ে দাৰ্জ্জিলিঙত। বন্ধ খুলিলে তায়ো গুচি যাবগৈ।

তাই অলপ দোধোৰ-মোধোৰত পৰিছিল। মই কিন্তু একো তলা-নলা ধৰিব নোৱাৰিলোঁ। শ্বিম্প্ দাৰ্জিলিঙলৈ যাব— তাই অকলশৰীয়া হ'ব। মই কি কৰিব লাগে! নে ময়ে তাইৰ নিৰ্জনতা ভঙ্গ কৰিব লাগে! মই এনেয়ে ক'লো -

—তুমি অকলশৰীয়া নহবা। শ্বিম্পুৰ নিচিনা এজনী সঙ্গী ল'ব পাৰিলে নিসঙ্গতাই তোমাক আমনি নকৰিব।

—সেই কাৰণেইতো আপোনাৰ ইয়ালৈ আহিছিলো। মানে শ্বিম্প্ৰে কোৱা কথাখিনি কিছু হয়। মই অলপ অচৰপ গানৰ চৰ্চ্চা কৰো। মই ভাবিলো নিজেও গানৰ চৰ্চ্চা কৰো, আনকো অলপ শিকাওঁ। নিজে ব্যস্ত থাকিব পাৰিম।

– কিন্তু মোৰ গলেৰে গান নোলাব, আমাৰ ধুবুৰী মেটস্ ক্লেইৰীৰ হু হু শব্দহে ওলাব। আৰু গান শিকিবলৈ মোৰ জানো এতিয়া বয়স আছে কাবেৰী?

—আপোনাৰ কথা কোৱা নাই। আপোনাৰ ছোৱালীৰ কথা কৈছোঁ।

—ছোৱালী! মোৰ ছোৱালী!!

—আপোনাৰ মানে বাইদেউৰ অৰ্থাৎ আপোনালোকৰ ছোৱালী। মই সিদিনা মিছনত লগ পাইছোঁ। আমকলাৰ তৰুণৰ সাংস্কৃতিক

অনুষ্ঠানত নচা দেখিছোঁ। মামাই কৈছে সেয়া আপোনাৰ ছোৱালী।

—একজেকট্‌লি কি কৈছে?

—প্ৰফেচৰ এ কে বৰুৱাৰ ডাওৰজনী ছোৱালী বুলি।

—ৰাইট ছি ইজ্‌। ছোৱালী মানে ইউ মিন বেবী ঝৰণা ডটাৰ অৱ প্ৰফেচৰ এ কে বৰুৱা! আৰু তুমি ঝৰণাৰ ঘৰ বিচাৰি অধ্যাপক বৰুৱাৰ ঘৰলৈ অহিছা সন্মুখৰ নেইম্‌ প্লেট দেখি!

— হয়। আঁপোনাৰ ছোৱালীজনীৰ গলাটো ইমান মিঠা। কথাবোৰো ইমান মৰম লগা। মোৰ গানৰ সঙ্গী হ বলৈ তাইক কিন্তু আপুনি দিব লাগিব। আৰু এটা কথা। আপোনালোকৰ কলেজত বোলে মণ্টু বৰুৱা নামৰ এগৰাকী অধ্যাপক আছে, গান-বাজনাত খুব দখল আছে। তেখেতৰ লগতো মোক আপুনি চিনাকি কৰি দিব লাগিব।

—তাত তোমাৰ কি লাভ হব?

—অসমৰ মাত-কথাৰ গান মই তেখেতৰ পৰা শিকিম। তেখেত 'বোলে আপোনাৰ ওচৰতে এই ৰাস্তাতে ক'ৰবাত থাকে। তেখেতৰ বাৰু কাষ চাপিলে অনুৰোধ কৰিলে কেইটামান গান নিশিকাবনে?

—শিকিবা। কিন্তু, গোৱালপৰীয়া-কামৰূপীয়া লোকগীত, ওজাপালি, বনগীত, বৰগীত, জ্যোতিসঙ্গীত, জিকিৰ, ঝুমুৰ?

—চববোৰেই শিকিবলৈ মন যায়। বৰগীত, লোকগীতবোৰ ইমান ভাল লাগে!

কাবেৰী! আমাৰ অসমীয়া গীত-মাতক তুমি ইমান সোনকালে আদৰিব পৰাত মই খুব ভাল পাইছোঁ। এটা কথা, বেয়া নাপাবা। সাধাৰণতে তোমালোকৰ কিছুমান বঙালী মানুহে আমাৰ ভাষা কৃষ্টিৰ বস্তুবোৰ ভাল চকুৰে নাচায়! তুমি যেন ব্যতিক্ৰম!

—মোৰ বিশ্বাস কিছুমান বঙালী বুলি কওঁতে আপুনি আপো-

নাৰ ভাৰতবৰ্ষৰ বঙালীভাষীৰ কথা কৈছে। মই জয়বংলাৰ বাঙ্গালী আৰু এটা কথা। যি লোকৰ ভাষা কৃষ্টিক শ্ৰদ্ধা কৰিবলৈ নিশিকে সি আচলতে নিজৰ ভাষা সংস্কৃতিকো শ্ৰদ্ধা কৰিব নোৱাৰে। প্ৰকৃত সংস্কৃতি প্ৰেমিকসকলৰ বাবে ভাষা অন্তৰায় হ'ব নোৱাৰে। মই কিমান দিন এই অসমত থাকিম নাজানো। কিন্তু মোৰ ইচ্ছা ইয়াত থকা সময়তে মই ইয়াৰ গীত-মাতক আয়ত্ব কৰি ল'ম। আপুনি মামাৰ বিশিষ্ট বন্ধু। সেইবাবেই সকলো কথা খুলি কৈছোঁ। এতিয়া কওক ঝৰণাক মোক দিব নে নাই?

—ঝৰণাৰ কথা কব নোৱাৰো, কিন্তু মণ্টু বৰুৱাক দিয়াম। মোৰ বিশ্বাস– বহুদিনৰ সপোন এতিয়া যেন ফলিয়াব কাবেৰী! কাৰণ তুমি মোক ফাকি দিয়া নাই। মণ্টু বৰুৱাৰো এইটোৱেই উদ্দেশ্য আছিল। সংস্কৃতিৰ দ্বাৰা সংহতি অনা। সেই বাবেই মণ্টু বৰুৱাই কষ্ট কৰি 'ঋতুৰঙ্গ' নামেৰে এই ধুবুৰীতে এটা ক্লাবো খুলিছিল। কিন্তু ধুবুৰীত তাক ঠন ধৰি উঠাব পৰা নগ'ল। তথাকথিত মোহান্ধ সংস্কৃতি-প্ৰেমীয়ে এই ক্লাবটোক সংগঠিত হ'বলৈ নিদিলে।

—কিন্তু মণ্টু বৰুৱাই মোক বিচাৰেনে নাই?

– আই এছুওৰ ইউ, হি উইল ডু ইট। মণ্টু বৰুৱাইও তোমক বিচাৰিব।

– ঝৰণাইঁতৰ দলটিকো লগত ল'ম। আপুনি দিব লাগিব।

– ছাট্ আই কাণ্ট। মই নোৱাৰিম।

—কেলেই? – কাবেৰীৰ কথাত যেন আব্দাৰ সনা।

—কাৰণ এই বাবেই যে ঝৰণা মোৰ ছোৱালী নহয়। তাই আমাৰ কলেজৰে অৰ্থনীতি বিভাগৰ অধ্যাপক এ কে বৰুৱা মানে অলকেশ কুমাৰ বৰুৱাৰ কন্যা। এই ৰাস্তাৰে মোৰ পৰা দুইফাৰ্লং দূৰতে তেখেতৰ ঘৰ। ময়ো একে বিভাগৰে এ কে বৰুৱা। কিন্তু মই আলোক কুমাৰ

বৰুৱা । পাৰ্থক্য-তেওঁ অলকেশ কুমাৰ বৰুৱা ডিপাৰ্টমেণ্টৰ হেড আৰু মই মণ্টু বৰুৱা হিচাবে খ্যাত আলোক কুমাৰ বৰুৱা ডিপাৰ্টমেণ্টৰ টেইল । জুনিয়ৰ মোষ্ট প্ৰফেচাৰ । ভগবানে অলকেশ বৰুৱাক সাংসাৰিক কৰি দিয়াৰ লগতে তিনিটা ল'ৰা ছোৱালীৰ বাপেকো কৰি দিছে । আৰু মোৰ আজিলৈ বিয়াই নহ'ল ! সেয়ে লোকৰ ছোৱালী ঝৰণাক তোমাক দিয়াৰ নিশ্চয়তা মই কেনেকৈ দিওঁ কোৱা ! ·ইচ্ ৰাম ! মই কি কৰিছোঁ !

—শাৰীৰ আচলেৰে তাই মুখ ঢাকিবলৈ চেষ্টা কৰে । লাজত ৰঙা-চঙা পৰি গলেও পাতল ঢাকেয়া শাৰীৰ ফাঁকেৰে তাইৰ লাজ ৰঙা হাঁহিটোৱে শাৰীৰ আচলতে লুকা-ভাকু খেলে । কেই মুহূৰ্ত্তমান মই তাইৰ সেই ৰূপটোলৈ চাই থাকোঁ । শাৰীৰ ভিতৰত ঢাক খাই থকা তাইৰ যৌৱনটো সেই মুহূৰ্ত্তত মোৰ যেন এনে হেন লাগিছিল, তাই যেনিবা এটি নিজেই গীত, সুৰ বিচাৰি মোত আহি আউজিব খুজিছে । তাই তেতিয়াও মুখখনি লুকাই ৰাখিছিল । সম্ভৱ খিম্পুৰেও ভ্ৰমৰঙ্গৰ মজাখিনি উপভোগ কৰিছিল । সেই দিনা খুক-খুক কৰি তায়ো হাঁহি দিছিল ।

কল্যাণেশ বাবুৰ এষাৰ কথাই এই চিত্ৰটো চকুৰ আগত ভঁহাই তুলিছিল । সেই বাবে কাবেৰীয়ে হাঁহিছিল—মইও হাঁহিছিলোঁ ।

কাবেৰীৰ জীৱনৰ সেই এটি দিনৰ ভ্ৰমৰঙ্গই আমাৰ যি পৰিচয় ঘটাইছিল সেই পৰিচয়ে লাহে লাহে আমাৰ এটি সম্বন্ধ ঘটাই দিছিল। লাহে লাহে তাই এই ফালে থকা মিছনলৈ ঘনকৈ আহিবলৈ ধৰিছিল । কেতিয়াবা কেতিয়াবা নিজে আহি অলকেশ বৰুৱাৰ ছোৱালী ঝৰণাকো তাই লগত লৈ আহিছিল । ঝৰণাহঁতৰ লগৰ দলটিক তাই নৃত্য গান শিকো-ৱাত উঠি পৰি লাগিছিল । সেই ৰিহাৰ্চেলৰ সময়ত মোৰো আহ্বান আহি-ছিল । কেতিয়াবা নাতিদূৰত থকা মিছনত, কেতিয়াবা অসমসত্ৰ ভৱনত আৰু কেতিয়াবা প্ৰায় অকলে অকলে নিছন ৰ'ডৰ কাষতে পৰি থকা

মোৰ ঘৰটোত ।

তাই কেতিয়াবা সোধে ......

– আপুনি এই মস্ত ঘৰটোত অকলে অকলে কিয় থাকে ?

—অকলে নহয়, বন কৰা ল'ৰাটো আছে নহয় !

– ঘৰৰ মানুহবোৰ ?

—ঘৰৰ মানুহবোৰ ঘৰতে থাকে, গৌৰীপুৰত ।

—গৌৰীপুৰ ধুবুৰীৰ ইমান ওচৰত। আপুনি তাত নাথাকি ইয়াত অকলে কিয় থাকে ?

—তাৰো এখন বুৰঞ্জী আছে। তোমালোকৰ যেজনৰ দৰে অসমৰ এই গোৱালপাৰা জিলাতো জমিদাৰী ৰাজত্ব আছিল। এই জমিদাৰ সকলৰ গুণাগুণৰ ভিতৰত প্ৰায়বোৰ জমিদাৰৰে এটা দোষ আছিল- নিজৰ পত্নীৰ ওপৰিও অবৈধভাবে একাধিক নাৰীৰ সঙ্গ সুখ লোৱা। ময়ো এনে এক মাতৃৰ সন্তান যিয়ে আইনৰ দৃষ্টিত জমিদাৰৰ বৈধ পত্নী বুলি স্বীকৃতি পোৱা নাছিল । আমি দুই ককাই-ভাইৰ একেজনী মাত্ৰ ভনীৰ জন্মৰ পিছতে মাতৃ ঢুকাল। অৱশ্যে জমিদাৰ পিতৃয়ে আমাক অৱহেলা কৰা নাছিল। একেজনী আয়াৰ দ্বাৰা লালন-পালন কৰি আমাক ডাঙৰ-দীঘল কৰাই নহয় – আমাৰ নামত তালৈখিনি সম্পত্তি উইল কৰি দি গৈছিল । সেই সূত্ৰেই মই এই ঘৰটো পাইছোঁ ।

—আপোনাৰ ককাইদেউ গৌৰীপুৰতে থাকে ?

—আগেয়ে আছিল, বিয়াৰ পাছৰ পৰা কলিকতাত ।

—ভনীজনী ?

—বিয়া দিছোঁ, শিলঙত থাকে ।

—আৰু আয়াজনী ?

– আয়া নহয় মা । জন্ম দিয়া মাক আমি বেছিদিন পোৱা নাই ।

কিন্তু জীৱন দিয়া মাক পাইছোঁ। মা ঢুকুৱাৰ কেইবছৰ মান পাছত আমাৰ জমিদাৰ পিতৃও আমাক এৰি গুচি গ'ল। তাৰ পাছৰ পৰাই সম্পত্তিৰ নামত বংশৰ ভিতৰত কলহ আৰম্ভ হ'ল। স্বাধীন চৰকাৰে ইতিমধ্যে জমিদাৰী উঠাই দিয়ে। উইল সূত্রে আমি যিখিনি সম্পত্তিৰ অধিকাৰী হৈছিলো সেইখিনি দৰাচলতে আমাৰ এই পিহৰ গৰাকী মাতৃয়ে বংশৰ অইন সকলৰ লোলুপ দৃষ্টিৰ পৰা ৰক্ষা কৰি দিয়া। তেওঁৰেঁই আমাক লিখা পঢ়া শিকাই মানুহ কৰি তুলিছিল। বহুকষ্টে ডাঙৰ-দীঘল কৰা আমি তিনিটা ভাই-ভনীও কিন্তু ঠিক মতে থাকিবলৈ অপৰাগ হ'লো। অৱশ্যে মাই যাতে কষ্ট নাপায় সেই বাবে ভনীজনীয়ে মাক লগত লৈ গ'ল। মা এতিয়া ভনীৰ লগতে শ্বিলঙত থকে। সেইবোৰ বহুত কথা কাবেৰী! উই হেভ এ ৱেৰি চেক্যৰ্ড্ হিষ্টৰী অব্ আৱাৰ ফেমিলি। তুমি শুনিয়ে বা কি কৰিবা। তোমাৰ লগত পৰিচয় মোৰ এয়া কেই মাহ মানৰ। তুমি আজি আহিছা কাইলৈ হয়তো গুচি যাবাগৈ। কিন্তু কিয় জানো মাজে মাজে অন্তৰত থুপ খাই থকা কথাবোৰ—লোকক কৈ নিজৰ গধুৰ বুকুখনি পাতল কৰিবলৈ মন যায়। দুদিনৰ চিনাকি, তাতেই তুমি মোৰ আপোন হৈ পৰি যেন বহুত কথা জানি গ'লা। হয়তো এদিন তোমালোকৰ দেশৰ অৱস্থা শান্ত হ'ব, বাংলাদেশলৈ উভতি যাবা। মই কোৱা কথাবোৰ সুৰ বিচাৰি নাপাই মোৰ এই কক্ষতে ধ্বনিত হৈ ঘুৰপাক খাই থাকিব।

সেইদিনা কাবেৰীয়ে কিন্তু কৈছিল—

—মই যদি কওঁ আপোনাৰ এই কথাবোৰ চিৰদিন মোৰ এইদৰে শুনি থাকিবলৈ মন যায়। বাংলাদেশ এৰি আহিছোঁ সঁচা, মোৰ কিন্তু এই গোৱালপাৰা ভাল লাগিছে, আক ভাল লাগে এই অসম খনি,

ভাল পাওঁ মই আপোনালোকৰ এই ভাৰতবৰ্ষ দেশখন। ''''অসমৰ অসমীয়া সকলক, আপোনাক ভাল লাগে।

—তুমি ভাল পাব পাৰিছা ?

—অসম আৰু অসমীয়াক ভাল নাপালে মই এইদৰে আপোনাক লগ্তি সদায় সদায় অহা-যোৱা কৰি জ্যোতি সঙ্গীতৰ স্বৰলিপি নিশিকিলো-হেঁতেন ? বিহু গীত শিকি বিহু নৃত্য দিবলৈ নাভাবিলোহেঁতেন ! এই বৰগীত, লোকগীতৰ সুৰৰ জিজ্ঞিৰী পিন্ধি আপোনাৰ ঋতুৰঙ্গ ক্লাবৰ দ্বাৰা গোটেই অসমত আমাৰ অনুষ্ঠান পতাৰ আঁচনি নকৰিলোহেঁতেন ! অসমীয়া ভাষা শিকিবলৈ যত্ন নকৰিলোহেঁতেন !

—আমাৰ ভাষা তোমাৰ ভাল লাগে ?

—খু-উ-ব ভাল লাগে ; কথাবোৰ ইমান মিঠা !

—হোৱাট এ কন্ট্ৰাষ্ট ! কি বিৰাট পাৰ্থক্য !

—কাৰ লগত ?

—মোৰ দাদাৰ পত্নী বৌৰ লগত শি হেজ চেপাৰেটেদ মাই লাভিং ব্ৰাদাৰ ফ্ৰম মি ! মাত্ৰ দুটা ভাই ককাই, উই টু ডিভাইদেদ !

কাবেৰীয়ে অলপ সময় যেন হতভম্ব হৈ চাই ৰ'ল, তাৰ পাছত যেন এটি নিঃশ্বাস এৰি দি ক'ব নোৱাৰাকৈয়ে সুধিলে —

—কিন্তু কিয় এনেকুৱা হ'ল ?

এই 'কিয়'ৰ উত্তৰ দিওঁতে মই তেতিয়া বহুত কথাই কব লগাত পৰিছিলো। সেইদিনা মোৰ কক্ষত কেৱল কাবেৰী আৰু মই আছিলো। বাংলাদেশৰ শৰণাৰ্থী সকলৰ সাহায্যৰ বাবে ধুবুৰীত স্থানীয়ভাবে এটা শো কৰো বুলি আঁচনি লৈছিলো।

মোৰ 'ঋতুৰঙ্গ' ক্লাবে এই আয়োজন কৰিছিল। চহৰৰ শিল্পী সকলেও আপ্ৰাণ সহায় কৰিছিল। মোৰ কলেজৰ ছাত্ৰ-ছাত্ৰীখিনিতো আছিলেই। পৰিকল্পনা আছিল প্ৰথমতে জিলাখনৰ বিভিন্ন স্থানত

অনুষ্ঠান পাতি সফল হব পাৰিলে অসমৰ মুখ্য চহৰ কেইখনিতো এই সাংস্কৃতিক অনুষ্ঠান প্ৰদৰ্শন কৰিম । ইতিমধ্যে বিভিন্ন চহৰৰ সাংস্কৃতিক অনুষ্ঠান আৰু চৰকাৰৰ লগত যোগাযোগ কৰি থকা হৈছিল । আশাতীত সঁহাৰি পোৱা গৈছিল । আকৰ্ষণ আছিল কাবেৰী চৌধুৰীৰ কণ্ঠস্বৰ । পূৰ্ব্ববঙ্গৰ যশস্বী শিল্পী, অনাতাঁৰ গায়িকা কাবেৰী চৌধুৰী অসমৰ ধুবুৰীলৈ আহি আছে--সেইটোৱেই এটা গুৰুত্বপূৰ্ণ সংবাদ আছিল । বিহু সন্মিলনি আদিত ধুবুৰীৰ 'ঋতুৰঙ্গ' ক্লাবে গোৱালপাৰাৰ নিজস্ব লোকগীত-লোকনৃত্যৰ বৈশিষ্ট্যৰে অসমৰ বহু ঠাইত নাম প্ৰচাৰ কৰি অহাৰ পাছত কাবেৰীও লগ লাগি অনুষ্ঠান পৰিবেশন কৰিব সেইটো আকাঙ্খিত বস্তু হৈ পৰিছিল । সঙ্গীত অনুৰাগী অসমৰ ৰাইজৰ এক বিৰাট অংশৰ মৰমখিনি আমি কিদৰে বেছি সঁচা কৰিব পাৰো তাৰ চিন্তাত সময় কটাইছিলো । প্ৰায় ভাত পানী এৰি এৰি আখৰা কৰিছিলো । আমাৰ দুয়োৰে পৰিচালনাত পূৰ্ণ গতিত এই তালিম চলিছিল ।

কাবেৰীয়ে কৈছিল তাই বেছিকৈ অসমীয়া গীতকে গাব । অসমৰ মানুহখিনিয়ে বুজক সিহঁতৰো কিছুমানে অসমীয়া সংস্কৃতিক কেৱল মৰম কৰাই নহয়, ক্ষণিকৰ অৱস্থান কালতো কেনেদৰে আয়ত্ব কৰি লৈ গ্ৰহণ কৰিব পাৰে । অসমৰ বঙালীখিনিয়ে বুজক ক'ৰবাত বসবাস কৰিবলৈ হ'লে লোকক নিন্দা কৰি নহয় সন্মান কৰি, আপোন হৈ বসবাস কৰিব পাৰিব লাগিব । মই গাব লাগিব বেছি পূৰ্ব্ববঙ্গৰ লোকগীত আৰু অসমৰ মাটিৰ গান । অসমীয়া মানুহৰ মনৰ গান । আমাৰ সেই নৃত্য দলৰ নাচোনৰ ভৰত পুৰণি নল খাগৰিবোৰ মৰমৰকৈ ভাঙি পৰিবঃ নতুন সুৰত নল খাগৰিবোৰে গজালি মেলিব । মেলিব ধৰা ফুলৰ মাজে মাজে ঝৰণা খিল্প হৈতে নাচোন নাচিব । সিহঁতে সৰগৰ পৰা সুন্দৰৰ সেনা শিল্পীদলক মৰতলৈ নমাই আনিব, পিশাচী এন্ধাৰক বধ কৰিব ।

নতুন যুগৰ গান গাব । এক মানুহ—অসমৰ মানুহ, অসমীয়া মানুহ; বাংলাৰ মানুহ—বঙালী মানুহ ; ভাৰতৰ মানুহ—ভাৰতীয় মানুহ । সকলো মানুহ । এয়া কাবেৰীৰ কল্পনা ! তাই ভাবি ভাবি মাজে মাজে কবি হৈ যায় । দৰ্শনৰ ছাত্ৰী কাবেৰীয়ে সকলো মানুহতে এটা "এথিকেল ভেল্যু" আৰোপ কৰে ।

'সবাৰ উপৰে মানুষ সত্য—তাহাৰ উপৰে কেউ নাই' কাবেৰীৰ দৰ্শন । বঙালী, অসমীয়া, হিন্দু, মুছলমান—মানুহৰ মাথো এটি আঙ্গিক পৰিচয় । মানুহ সুন্দৰ, মানুহ মহান । সমাজ—দেশ ধৰণীও সুন্দৰ হয় মানুহৰ কৰ্ষণত, যৌথ প্ৰচেষ্টাত !

কিন্তু মানুহতো ইমান মহান নহয় । আমি পৃথিবীৰ মানুহ । পৃথিবীৰ আটাইবোৰ মানুহ ইমান মহৎ হব নোৱাৰে !

আথৰা মোৰ ঘৰত হৈছিল । সন্ধিয়াৰ আগে আগে প্ৰায়খিনি ঘৰা-ঘৰি হৈছিল । কাবেৰীক মই ঘৰত থৈ অহাৰ কথা আছিল ; আখৰা কৰি কৰি অলপ ভাগৰিও পৰিছিলো । মোৰ ঘৰতে চাহটুপি খাই দুয়ো বিশ্ৰাম কৰিছিলো । সেই বিশ্ৰামৰ মুহূৰ্তত মোৰ যেন মনটোৱে বহুত কিবা-কিবি জানিবলৈ বিচাৰিছিল ।

কাবেৰীৰ এই অপ্ৰতিহত আগমন কেৱল আমাৰ নাচ-গান শিকাৰ একাগ্ৰতাই সৰ্ব্বস্ব নে এই সান্নিধ্য কামনা এক গাভৰু কন্যাৰ যৌৱনৰ অনুভূতিৰ অভিব্যক্তি ! মই কিন্তু অনুভৱ কৰোঁ হৃদয়ৰ নিৰ্জন দ্বীপত মই যেন নিভৃতে কাবেৰীক আশ্ৰয় দি গৈছোঁ । তাইৰ নীলাভ চকুত চকু ৰাখি মই যেন ক'ব নোৱাৰাকৈয়ে তাইক কৈ দিও—

—এৰা এক নিসঙ্গ করুণ জীৱনে তোমাক বিচাৰে কাবেৰী ।

সেইবাবেই দ্বিধাহীনভাবেই ময়ো কল্যানেশ চৌধুৰীৰ ঘৰলৈ অহা যোৱা কৰিছোঁ, সময়ৰ কথা বিস্মৃত হৈ কাবেৰীৰ লগত কথা পাতিছোঁ । কেতিয়াবা কেতিয়াবা গুৰু গম্ভীৰ হৈ, কেতিয়াবা মনৰ এক চঞ্চলতা

লৈ ভাবৰ সেই চাকনৈয়াতে মন যায় কাবেৰীক কবলৈ মোৰ জীৱন ইতিহাস।

সেই ইতিহাস কাবেৰীয়ে শুনিব। মোৰ হুমুনিয়াহৰ লগত তাইৰ চকুজুৰি আৰ্দ্ৰ হৈ পৰিব। আৰু এটা সময়ত তাই ক্ষীণস্বৰেৰে কঁপা কঁপা মাতেৰে কব—

—জীৱনত তুমি ভাবা কিয় অকলশৰীয়া বুলি। মইচোন তোমাৰ তেনেই কাষত! তোমাৰ বেদনা চোন মোৰো বেদনা।

তাইৰ চকুৰ বৃষ্টিপাতত মোৰ হৃদয় উপচি পৰে। মই তাইক গভীৰ বিশ্বাসত বুকুত যেন সাবটি লৈ ক'ম—

—কাবেৰী! তুমি কিন্তু দ্বিতীয় প্ৰিয়া বোস নহ'বা!

এক তন্দ্ৰাচ্ছন্ন জগতৰ পৰা চিগাৰেটৰ ছাইখিনি ছাইদানিত টুকুৰি-য়াই টুকুৰিয়াই কাবেৰীৰ 'কিন্তু কিয় এনেকুৱা হ'ল? তাৰ উত্তৰ দিছিলো। এটা দীঘল হুমুনিয়াহে মোৰ কথাখিনিক বেছি ভাবগধুৰ কৰি তুলিছিল!

—আমাৰ পৰিয়ালৰ কাহিনী এক দীঘল ইতিহাস। দাদাই কলেজ জীৱন কটাইছিল কলিকতাত আৰু তেতিয়াই তেওঁৰ চিনাকি হৈছিল প্ৰিয়া বোস নামৰ এগৰাকী গাভৰুৰ লগত যিজনীয়ে দাদাতকৈ বেছি ভাল পাইছিল উইলসূত্ৰে পোৱা কলিকতা আৰু অসমত থকা আমাৰ সম্পত্তিক। দাদাই কি ভাবিছিল নাজানো কিন্তু আমাৰ সকলোৰে ইচ্ছাৰ বিৰুদ্ধে এই বিয়াখন হৈ গ'ল। বিয়াৰ পাছত বৌৰ সম্পত্তিৰ ওপৰত শৃঙ্খলিত বাধা নাইকিয়া হৈ পৰে। এক নতুন গতিত উচ্ছৃংখল জীৱন আৰম্ভ হয়। ক্লাৱ আৰু সুৰাৰ বাগীত বেঙ্ক বেলেন্স কমি আহে। স্বামীৰ সম্পত্তিত হাত পৰে। এই উশৃঙ্খল জীৱনৰ পৰা উদ্ধাৰ কৰিবলৈ মায়ে দৈ দাদা-বৌ দুয়োকে অসমলৈ লৈ আহে। বৌৰ ভাষাত 'এই সাপ বেঙৰ ৰাজ্যত' তেওঁ থাকিবলৈ অপাৰগতা প্ৰকাশ কৰে। বৌৰ অৱস্থান কালত আমাৰ পৰিয়াল-জীৱন অশান্তিময় হৈ পৰে। মাৰ ওপৰত দুৰ্ব্যৱহাৰ আৰম্ভ হয়। অৱশেষত চিলঙত থকা

ভনীজনীয়ে মাক তালৈ লৈ যায়।

—দাদা বৌহঁত এতিয়া কলিকতাত কিয়?

—আক আছে কাবেৰী। বুৰঞ্জী অতি দীঘলীয়া। অসমৰ ৰীতিনীতি, মাতকথাক বউৱে এক উচ্চাত্মীকা ভাবেৰে গ্ৰহন কৰিছিল। তাত আছিল এটা বিদ্বেষৰ ভাব। কথাই কথাই আমাৰ অসমীয়া চাল-চলন মাত-কথাক ইতিকিং কৰা তেওঁৰ স্বভাৱ হৈ পৰিছিল। ১৯৬০ চনত অসমত ভাষা আন্দোলন হৈছিল। সেই সুযোগৰে আশ্ৰয় লৈ বৌ আকৌ কলিকতালৈ গুচি গৈ অসমীয়াৰ নামত বহুত কুৎসা ৰটনা কৰে।

— আপোনাৰ দাদাই তাত বাধা নিদিলে?

—তেওঁ পাব লাগে নিৰ্বাধায় স্কচ্, হুইস্কিৰ দামী বটল আৰু লাগে কলিকতাৰ ক্লাববোৰৰ নৈশ জীৱন। গৌৰীপুৰত সেয়া ক'ত! গতিকে তেৱোঁ কলিকতা পালে।

—ভাই ককাইৰ বিভাজন হ'ল।

—সম্পত্তিও। কলিকতাৰ সমূহ সম্পত্তি দাদাই গ্ৰাস কৰি ৰহিল। তথাপি আধুনিকা স্ত্ৰী আৰু নিজৰ উচ্ছৃংখল জীৱনৰ খৰচ মিলাবলৈ টকাৰ নাটনি হ'ল। আৰম্ভ হ'ল সম্পত্তি বিক্ৰী। প্ৰথমতে বাধা দিয়া নাছিলো। কিন্তু পাছত বাধ্য হলো। কোৰ্টৰ আশ্ৰয় ললো। একালে মই, আইনফালে মোৰ একমাত্ৰ দাদা জীৱন বৰুৱা। এয়া ভাগ্যৰ পৰিহাস। সংসাৰত ককাই ভাই দুটা। এতিয়া সাক্ষাৎ হয় বিচাৰালয়ৰ কক্ষত বাদী-বিবাদীৰ ৰূপত।

কাবেৰীয়েৰ লাগি কথাবোৰ শুনি গ'ল। এটা দীঘল হুমুনিয়াহে কথাখিনিৰ কাৰুণ্যক যেন আৰু বেছিকৈ করুণ কৰি তুলিলে।

—কিন্তু কাবেৰী বিশ্বাস কৰা—সম্পত্তিত মোৰ কোনো মোহ নাই। আপত্তি হ'ল—পৈতৃক সম্পত্তি নাশ কৰিবলৈ আমি কোন? সুৰা আৰু ক্লাবৰ বাবেতো ঘৰ-বাৰী বিক্ৰী কৰিব নোৱাৰি। দাদা বৌৰ ঘিদিনা

চেতনা উদ্ৰেক হ'ব, যিদিনাই এই উচ্ছৃংখল জীৱনৰ ইতি পৰিব, সেই দিনাই মই আমাৰ সকলো সম্পত্তিৰ ওপৰত প্ৰয়োজন হ'লে স্বইচ্ছাই স্বত্ব এৰি দিম। বিশ্বাস কৰা কাবেৰী! মই খোজো এটি শান্তিৰ নীড়— তাত দাদা বৌ থাকক, ময়ো থাকো, আটাইয়ে শান্তিত থাকো। কিন্তু ভাগ্যৰ লিখন চোৱা! এয়া আমাৰ মামৰে ধৰা পৰিয়ালৰ বুৰঞ্জী কাবেৰী! ময়ো তাৰ এজন অভিনেতা। কিন্তু মই যেন শক্তিহীন। এয়া এক অভিশপ্ত জীৱন। কেৱল হাহাকাৰ কৰি জীৱনৰ ৰূঢ় বাস্তৱতাৰ পৰা দূৰত থাকিবলৈ হয়তো মই পালো এই সঙ্গীতৰ প্ৰান্তৰ। সেই প্ৰান্তৰত কেতিয়াবা ভাবগধুৰ 'ভাৱইয়া' গাই চকুলো টোকো, কেতিয়াবা বা দ্ৰুত তালৰ 'চট্‌কা' গাই জীৱনৰ নিঃসঙ্গতাক পাহৰিবলৈ চেষ্টা কৰোঁ।

খিৰিকীখনক তেতিয়া বতাহে এটা যেন ধাক্কা মাৰি দিছিল। দেৱালৰ ওৱাল ঘড়ীটোৱে টং টং কৰি সন্ধিয়া বেছি ঘন হৈ অহাৰ ইঙ্গিত দিছিল।

কাবেৰীয়ে মোৰ মুখলৈ বহুতো সময় একেথিৰে চাই আছিল। সেয়া এক সন্ধিয়াৰ গাথা। সম্ভৱ মোৰ কথাবোৰে কাবেৰীক ভবাই তুলিছিল। হয়তো সেই নিশাতেই ভাবি ভাবি ঠিক কৰিছিল জীৱন-নদীৰ চাক-নৈয়াত উটি উটি যাব খোজা এই মণ্টু বৰুৱাক তাই নিজকে পানচৈ সজাই মোক উদ্ধাৰ কৰিব।

কাবেৰীয়েও যেন বহুত কথা ভাবিছিল। তাইক সেই তন্দ্ৰাচ্ছন্ন ভাবৰ পৰা ময়ে এটি কথাৰে সাৰ পোৱাই দিছিলো।

—কাবেৰী! ৰাতি হ'ল।

—এৰা। আপোনাৰ জীৱন বুৰঞ্জী এচোৱাৰ আঁৰ কাপোৰ টনা হ'ল। চাৰিদিন পাছত আমি অনুষ্ঠান পৰিবেশন কৰিবলৈ যাব লাগিব। কাম এতিয়াও বহুত বাকী। আপোনাৰ দৰে মোৰো জীৱন বুৰঞ্জীৰ বহুতো পাত সৰি পৰি লেৰেলি শুকাই গৈছে। জীৱন যেন নীৰৱে

শুকাই নীৰস হৈছে । মাজে মাজে এনে ভাব হয় যেন জীৱনৰ পৰা চিৰদিনৰ বাবে সুৰ আৰু গানো নিৰ্ব্বাসিত হব ।

—কাবেৰী গান গাবা, আমি হুয়ো গান । গান আৰু সুৰেইতো আমাৰ জীৱন । আৰু চোৱা তোমাৰ সেইদিনৰ গানে আমাৰ ধুবুৰীৰ অসম সঙ্ঘ ভৱনৰ বাইজক কেনেকৈ মোহিত কৰিছিল ।

—হয় ! কিন্তু বিশ্বাস কৰক আপুনি গান গাব । কতুবঙ্গৰ শিল্পী-সকলে গান গাব । মই আৰু গাব নোৱাৰিম মণ্টুদা ।

—তুমি গান নাগাবা ! কাবেৰী কৈছা কি !

—সঁচা মণ্টুদা । মোক ক্ষমা কৰক মই আৰু গান গাবলৈ নোৱাৰো ।

—কিয় কিয় ? কিয় নাগাবা ? তুমি গাবই লাগিব । নহ'লে গুৱাহাটীৰ আমাৰ সকলো প্ৰোগ্ৰেম থান্-বান্ হৈ যাব । অন্ততঃ হুয়েট এটাকে গাব লাগিব ।

—উহু মোক ক্ষমা কৰক । মই বৰ দুৰ্ব্বল—হুয়েট মই গাব নোৱাৰোঁ । মই নোৱাৰিম ।

তাই দুখন হাতেৰে মুখখনি ঢাকি ৰাখিছিল । তাই যেন বুক ভুকাই কান্দি দিবলৈ বিচাৰিছিল । মই কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিছিলো ।

পাছত কাবেৰীৰ হাতদুখন তাইৰ মুখমণ্ডলৰ পৰা আঁতৰাই থৈ থোকাথুকি মাতেৰে মই তাইক কৈছিলো ।

—এনেখন কিয় কৰিছা কাবেৰী ? মোৰ কক্ষত তোমাৰ চকুলো ঃ চাৰিদিন পাছতে গুৱাহাটীত আমাৰ বহু কালৰ সপোনৰ অনুষ্ঠান । তথাপি তুমি কৈছা গান নাগাবা - এইখোৰ কৈছা কি কাবেৰী ?

—মই গান গাব নোৱাৰো !

—কিন্তু কিয়—কিয়—কিয় ?

—তেন্তে শুনক । চিঞৰি চিঞৰি কৈছোঁ শুনক মই এজনৰ

বাগ্‌দত্তা !

—কা-বে-ৰী !

—নাম তেওঁৰ পাৰ্থ দত্ত । পৰিচয় আমাৰ এই সঙ্গীতানুষ্ঠানত । ছয়ো শ শ ৰজনীত বঙ্গভূমিৰ নগৰে-চহৰে সঙ্গীতানুষ্ঠানত অংশ গ্ৰহণ কৰিছোঁ । মই গোৱা যত গান আৰু সুৰ আছে তাৰ স্ৰষ্টা আৰু সুৰকাৰ এই পাৰ্থ দত্ত । মুক্তি সংগ্ৰামত মোৰ সেই গান আৰু সুৰৰ সঙ্গী ক'ৰবাত হেৰাই গ'ল । ইয়ালৈ আহি আপোনাক পালো । কিন্তু বিশ্বাস কৰক মই যেন আৰু গান গাব নোৱাৰা হৈ গৈছোঁ । হেজাৰ শ্ৰোতাৰ আগত মই যেতিয়া গানৰ সুৰ লৈ থিয় দিওঁ শ্ৰোতাৰ সেই কলধ্বনিয়ে মোক আপ্লুত কৰে সঁচা, কিন্তু জীৱন-যৌৱনৰ মোৰ সেই চিৰসঙ্গীৰ অবিহনে মোৰ অন্তৰে লোক দৃষ্টিৰ আঁৰত চকুলো টোকে । মই নিভৃতে, গোপনে অকলে চকুলো টোকো । মই কিন্তু মোৰ যৌৱনৰ পুৰুষক ভাল পাওঁ । মই তেওঁৰ গান-সুৰবোৰ জীৱনৰ কৰি লৈছোঁ। —নশিকাৰুক বিলাওঁ । ভাবো মোৰ সেই হ'বলগা জীৱনদেৱতাৰ সুৰ আৰু কথাবোৰ দেশ দেশান্তৰৰ পাৰ ভাঙি সিঁচৰি পৰক । ঝৰণা খিম্পুইতক সেয়ে মই সুৰ বিলাই দিওঁ ।

—সেই গান আৰু সুৰ বিচাৰি আহি বন্দী কৰিলা মোকো ।

—বন্দী কৰিবলৈ মোৰ ইচ্ছা নাছিল । কিন্তু আপোনাৰ সংস্পৰ্শত আহি অনুভৱ কৰিলো আপুনি যেন সেই পাৰ্থ দত্তৰ আচৰিত ধৰণে দ্বিতীয় ৰূপ । আপোনাৰ কণ্ঠধ্বনি—আপোনাৰ গীত-মাতে মোক যেন তেওঁৰ পৰা আঁতৰাই আনি আপোনাতে সমৰ্পণ কৰাই দিছে । লাহে লাহে মই অনুভব কৰিছোঁ - মই যেন দিনে দিনে ক্ৰমশঃ সম্পূৰ্ণভাৱে আপোনাৰে হৈ গৈছোঁ । কিন্তু যেতিয়াই মই গভীৰভাৱে ভাবিছোঁ, মই আপোনাৰ জীৱনযাত্ৰাৰ সঙ্গী হৈ পৰিছোঁ তেতিয়াই মোক যেন দূৰ অতীতৰ ছায়া এটাই আহি গ্ৰাস কৰে । সেই ছাঁ পাৰ্থ দত্তৰ তাৰ

ছায়া । সেই ছাঁ পার্থ দত্তৰ সুৰৰ আৰু গানৰ ছায়া । মই আজিও গম নাপালো—পার্থ দত্ত জীৱিত নে মৃত ! পাকিস্তানী মিলিটাৰীৰ কি অমানুষিক অত্যাচাৰ !

মিলিটাৰীৰ !

—মিলিটাৰীৰ !. সেই পাকিস্তানী মিলিটাৰীয়ে দাদাক আঘাত কৰিছিল ।

—তুমি দেখিছিলা ?

—মই ?

—এৰা তুমি ।

কিছু সময় তাই নিকত্তৰ হৈ গৈছিল । তাইৰ চকুৰ পৰা সৰসৰকৈ পানীবোৰ সৰকি পৰিছিল । শাৰীৰ আঁচলেৰে চকু পানী মচি মচি তাই কৈছিল ।

সিহঁত মুক্তি বাহিনীৰ সৈনিক আছিল । মুক্তি বাহিনীৰ মানুহ সেই মিলিটাৰীৰ হাতত ধৰা পৰিলে যে কি পশুবৎ যন্ত্ৰণা দি দি হত্যা কৰা হৈছিল সেয়া অপ্ৰকাশ্য । এতিয়া সম্পূৰ্ণ এবছৰতো সিহঁত এবাৰ ইয়ালৈ আহি নোলোৱাত আমি কি ভাবিব পাৰো । আৰু মইতো নিজেও জানো—সিহঁত পাকিস্তানী মিলিটাৰীৰ হাতত সেইদিনা ধৰা পৰিছিল ।

—তুমি দেখিছিলা ? কেনেকৈ ধৰা পৰিছিল ?

—দেখিছিলো । ৰংপুৰ যিদিনাই পাকিস্তানী বাহিনীয়ে দখল কৰিছিল, যিদিনা বাবা মৃত্যুৰ মুখত পৰিছিল—আমি, মানুহবোৰে চহৰ এৰি যেনিয়ে তেনিয়ে পলাইছিলো । আমাৰ দৰে গাভৰু ছোৱালী সকলে ৰাতিৰ এন্ধাৰৰ আশ্ৰয় লৈ লৈ ঘৰ এৰিছিলো—আমাৰ ভয়—জানোচা য়াহিয়াৰ মিলিটাৰীৰ আমি চিকাৰ হৈ পৰো । প্ৰায় অৰ্দ্ধা-হাৰে, অনাহাৰে, চহৰ এৰি হাবি বননিৰ আশ্ৰয়লৈ আমি ভাৰতীয়

সীমান্তলৈ সৰু সৰু দলত বিভক্ত হৈ পলাই আহো । আমাক আশীৰ দাইতে সীমান্তলৈ আগবঢ়াই থবলৈ অহাত সিহঁতো ধৰা পৰে ।

—তোমালোক কেনেকৈ ধৰা নপৰাকৈ আহিলা ?

—আমি গাভৰু বাবে—য়াহিয়াৰ মিলিটাৰীক বেছি ভয় কৰিব লগা হৈছিল । কাৰণ এবাৰ সিহঁতৰ হাতত পৰিলে সিহঁতৰ লালসাৰ বলি হোৱাৰ বাহিৰে উপায় নাছিল । সিহঁতৰ চকুত ধুলি মৰা সহজ কথা নাছিল । পাকিস্তানী মিলিটাৰীয়ে বাংলাদেশ দখল কৰিবলৈ যিমান বিচৰা নাছিল তাতোকৈ বহুত বেছি বিচাৰিছিল সিহঁতে আমাৰ দেহ । উহুঁ কি সেই নাৰকীয় দৃশ্য - বৰ্ব্বৰ-পশু হঁতৰ ।

—অতীতক পাহৰি যোৱা । ভগৱানক ধন্যবাদ পশুবোৰৰ পৰা তুমিযে হাত সাৰি আহিছিলা ।

—উ-হু মই ভালে ভালে আহি পোৱা নাই । বহুতো হেৰুৱাই আহিলো । মই এতিয়া এটা খালি পাত্ৰ, মই নিঃসঙ্গ !

তাই হুকহুকাই কান্দি দিছিল । মোৰ অন্তৰে এই কান্দোন সহ্য কৰিবলৈ টান পাইছিল । ক্ষণিকৰ বাবে মই যে বোবা হৈ গৈছিলো । বেদনাত মোৰ হৃদয় এক উথিত পাৰাবাৰ হৈ পৰিছিল । তাৰ পাছত ধূসৰ দৃষ্টিৰে তাইৰ মূৰটো আলফুলকৈ তুলি লই মই কৈছিলো ।

—চোৱা, ময়ো তোমাৰ দৰে অকলশৰীয়া । বাহিৰলৈ চোৱা ৰাতিৰ কেৱল এন্ধাৰেই নহয় বজুলীৰ পোহৰো জিলমিলাই আছে। তাই তেতিয়া মূৰ তুলি মোলৈ চাইছিল ।মোৰ চকুতো তাই চকুলো দেখিছিল । মোৰ চকু সেই দিনা সেমেকি উঠিছিল । মাতটো যেন কঁপি উঠিছিল । কম্পিত মাতেৰে মই যেন জানিবলৈ বিচাৰিছিলোঁ ।

—ডু ইউ ৱান্ট মি ? কোৱা ! কোনো নাই, মাথো তুমি আৰু মই ! তুমি মোক বি-চ-ৰা !

তাই তেতিয়া তললৈ দৃষ্টি নমাই দি হঠাতে যেন জোৰেৰে তাইৰ

সুৰটো মোৰ বুকুৰ মাজলৈ ঠেলি দি তাইৰ জীৱন মোতে সমৰ্পণ কৰিছিল।

—কাবেৰী!

তাই মোৰ বুকুৰ মাজত লুকাই পৰিছিল। বহুত্তো সময় ছুটা প্ৰাণী যেন নিশ্চুপ হৈ পৰিছিলোঁ। আমি যেন এটি নিৰ্জ্জন দ্বীপত সেই দিন নিভৃতে লুকাই পৰিছিলোঁ। আলফুলকৈ হাত বুলাই মই তাইক সুধিছিলোঁ।

— গান তুমি সঁচাই নাগাবা?

—অকলে হ'লে নাগাওঁ।

—কাৰ লগত গাবা!

—আপোনাৰ লগত। দ্বৈত গীত!

—মই ৰচা অশ্ৰু আৰু বেদনাৰ গীত!

- সেই অশ্ৰুভৰা সুৰৰ জিঞ্জিৰিৰে আমাক দুয়োকে বান্ধি ৰাখিবলৈ, ক্ষত-বিক্ষত অতীতক পাহৰি এটি শান্তিৰ নীড় সাজিবলৈ

—কিন্তু তাৰ বাবে যে আমাক লাগিব আশীৰ্ব্বাদ। লোকৰ সহানুভূতি। অভিভাৱকৰ আশীৰ্ব্বাদ। কল্যাণেশ চৌধুৰীয়ে— আশীৰ্ব্বাদ দিব?

—এটা কথা ঠিক, মই বিচাৰিলে পৃথিবীৰ আটাইবোৰ মানুহেও যদি বাধা দিয়ে মামাই আমাক কাহানিও বঞ্চিত নকৰে আশীৰ্ব্বাদৰ পৰা। ইমান খোলা অন্তৰৰ আমাৰ মামা! সেই দিনা তেওঁ কি কৈছিল মনত নাই?

—কৈছিল তুমি আৰু মই— গোটেই অসমতে ঋতুৰঙ্গ ক্লাবৰ লগত অনুষ্ঠান কৰি ফুৰিলেও তেওঁৰ অনুমতি আছে। মাথো এটা চৰ্ত্ত। মিছ কাবেৰী চৌধুৰীৰ বাবে সেই গানৰ থলীৰ পৰা ল'ৰা এজন আনি দিবলৈ লাগে। তেওঁ বিচাৰে তেওঁৰ ভাগিনী আৰু ভাগিন

জোৱাই এই ধুবুৰীতে থাকিব লাগে।

কাবেৰী মোৰ হাতৰ বন্ধনীৰ পৰা ওলাই গৈছিল। কল্যাণেশ চৌধুৰীৰ প্ৰতি আমাৰ দুয়োৰে অশেষ শ্ৰদ্ধা জন্মিছিল। দিনটো সদায় মোকৰ্দ্দমাত মত্ত। কিন্তু কোৰ্ট, চেম্বাৰ এৰিলে কথা পালে মানুহ জনে গুলজাৰ কৰি ৰাখে। অন্তৰক নিকা ৰাখিয়ে সকলোকে মৰম কৰিবলৈ জানে। ডাঙৰ জনী ছোৱালীক বিয়া দিছো। একমাত্ৰ ল'ৰাটোক মেডিকেল কলেজত পঢ়ুৱাইছে। শিম্পুক ৰাখিছে দাৰ্জ্জিলিঙত। বিপত্নীক জীৱনত মানুহজনে এতিয়া কিবা খালি খালি অনুভৱ কৰে। বাংলাদেশত ঘটা স্বাধীনতা সংগ্ৰামে কাবেৰীক ঠিক তেতিয়াই কল্যাণেশ চৌধুৰীৰ খালি ঘৰ পূৰ কৰিবলৈ যেন প্ৰেৰণ কৰিলে। ধুবুৰীত অনুষ্ঠান নিবেদন কৰি অসমৰ প্ৰধান প্ৰধান চহৰ সমূহত যেতিয়া আমি অনুষ্ঠান পৰিবেশন কৰিবলৈ মন মেলি অৰ্থ চিন্তাত পৰো এই প্ৰখ্যাত আইন জীৱি কল্যাণেশ চৌধুৰীয়ে উদাৰ হস্তে তেতিয়া আমাক চেক লিখি দিয়ে। তেওঁ মাথো আমাক কৈছিল—

—শুনিছে প্ৰফেচৰ বৰুৱা, আলোক-কাবেৰীয়ে এইবেলি অসমক ভৰাই তুলিবলৈ লাগিব। ঋতুৰ পৰিবৰ্ত্তন হয়, নতুন বং উজলি উঠে। আমাৰ অসমৰ মানুহখিনিৰো ঋতুৰঙই নতুন চিন্তাৰ ঋতু অনাৰ লাগিব। টকাৰ কাৰণে ভৱাৰ প্ৰয়োজন নহব।

সেই জনাই আছিল কাবেৰীৰ মোমায়েক কল্যাণেশ চৌধুৰী। টকাৰ কাৰণে ভৱাৰ প্ৰয়োজন নহব। যিজনাই আমাক এই দৰে প্ৰেৰণা দিছিল— সেই কল্যাণেশ চৌধুৰীৰ আশীৰ্বাদৰ পৰা বঞ্চিত নহম বুলি মোৰো বিশ্বাস আছিল। কেৱল বিশ্বাসেই নহয় শ্ৰদ্ধাও উপজিছিল সেই দিনা।

তাৰা পাহত সক্ৰিয় অতিক্ৰান্ত হোৱাৰ বহুতো পাছত ভৱিষ্যতে সাজিব খোজা নীলাভ স্বপ্নৰ বোল সানি আমি তেতিয়া ব্ৰহ্মপুত্ৰৰ

পাৰত পুৰণী আঢ্যৱন্ত পৰিয়ালৰ স্পষ্ট চিন থকা কল্যাণেশ চৌধুৰীৰ ঘৰটো পাইছিলোঁ। আমাক দেখিয়ে তেওঁ কৈ উঠিল—

—ঠিক সময়তে আহিছে, মোৰো ৰন্ধা শেষ।

—হওঁতে অলপ দেৰিয়ে হ'ল; পিছে আপুনি ৰান্ধিছে কেলেই, লাটু-লাটু কৰৈ গ'ল ?

—ৰন্ধাই নহয় বজাৰলৈও গৈছো লাটুকলৈ। কাবেৰীতকৈ যে মই বেছি ভাল ৰান্ধিব পাৰোঁ। আৰু আমাৰ ব্ৰহ্মপুত্ৰৰ বৌৰ সোৱাদ যে তুলনাবিহীন তাকে মই কাবেৰীক দেখুৱাব খোজো। তাই ভাবে তাইৰ মামাই বোলে মামলা মোকৰ্দ্দমাৰ বাহিৰে একো নাজানে—

—কিন্তু মামা তুমি নিজে চাৰ্টিফিকেট দিলেতো নহব, 'ফলেন পৰিচয়'। খোৱাৰ পাছতহে জনা যাব।

কাবেৰীয়ে মিচিকমাচাককৈ হাঁহি মোৰ ফালে কেৰাহিকৈ চাই মামাকক উত্তৰ দিলে।

—বৰ বঢ়িয়া হৈছে দিদি। বাবাই নহয়, ৰান্ধিও আছে খাই খাই টেষ্টো কৰি আছে— খিম্পুৰে সাউত কৰি ওলাই আহি মাজতে কৈ দিলে।

– আমি কেইটাই হাঁহিবলৈ ধৰিলোঁ আৰু ঠাট্টা মস্কৰাৰ মাজেদি বেছ ৰগৰ কৰিয়ে নিমন্ত্ৰণৰ বৈশ ভোজন পৰ্ব কল্যাণেশ বাবুৰ ঘৰত সমাপন কৰিলোঁ।

– আমাৰ সদৌ অসমতে আসন্ন অনুষ্ঠান পৰিবেশনৰ ওপৰতো সম্যক আলচ কৰিলোঁ। ক'ত কোন তাৰিখে আমাৰ অনুষ্ঠান আছে আটাইবে খবৰ কল্যাণেশ বাবুই পুঙ্খানুপুঙ্খ ভাবে ল'লে।

খোৱা সময়তে বিবাট এডোখৰ মাছলৈ মোক দেখুৱাই দেখুৱাই কল্যাণেশ বাবুয়ে ক'লে—

– এভিয়াতো বাংলাদেশ বীকৃত স্বাধীন দেশ হ'ল প্ৰদেশৰ বক্তা !

ইয়ালৈ অহা মানুহখিনিও দেশলৈ উভতিবলৈ আৰম্ভ কৰিলে। কাবেৰীও যদি উভতি যায় ধুবুৰীৰ এই ৰৌ মাছৰ সোৱাদ জানো ৰংপুৰত পোৱা যাব?

· পদ্মাৰ ইলিছ জানো ধুবুৰীত পোৱা যায় মামা? কাবেৰীয়ে প্ৰশ্ন কৰে।

—কিন্তু কাবেৰী! তোমাৰ ৰৌ ভাল লাগে নে ইলিছ ভাল লাগে? মই অৰ্থপূৰ্ণ ভাবে ডাইনিং টেবুলৰ ওপৰতে কাবেৰীক সুধি পঠিয়াওঁ।

ৰংপুৰক মই সদায় ভাল পাওঁ। কিন্তু এতিয়া ধুবুৰীকো খু-উ-ব ভাল লাগে।

—হৈছে হৈছে ছোৱালীৰ কথা। ঘৰ মানুহ-ভাল-লগা কথা থৈ-দে। শুনিছে মিঃ বৰুৱা। পান্না মোৰ নিজৰ ছোৱালী। ইয়ালৈ আহিলে মোক এৰি যাওঁতে কান্দে। কিন্তু গ'লেই চিঠি লিখিবলৈ পাহৰি যায়। কাবেৰীও সেই পান্নাৰ ভনীয়েক। ৰংপুৰ পালেই তাইৰ মামাকক মনত কৰিবলৈ আৰু সময় নহব।

—কিন্তু মইতো তোমাৰ লগতে থাকিম মামা।

—মিছা কথা! তই যাবি। মোক ফাকি দিছ। শিম্পুক ফাকি দিছ। সকলোকে ফাকি দিছ।

টাবেলখনেৰে মুখখন মচি মচি মানুহজনৰ কথাখিনি কওঁতে এটি হুমুনিয়াহ ওলাই আহিল। এটা দীৰ্ঘ নিশ্বাস পেলাই তেওঁ আৰু কই গ'ল।

— যা যদি যাবি।

— কিন্তু মামা মইনো ক'ত গলোঁগৈ। তুমি হুমুনিয়াহ এৰা আৰম্ভই কৰিলা।

কাবেৰীয়ে অভিমানৰ সুৰত মামাকক কলে। দুইং কমত ভাত খোৱাৰ পাছত আমি গোটেই কেইটাই বহি পৰিছিলোঁ। তাৰ পাছত

গুৰুগম্ভীৰ ভাবে কল্যাণেশ চৌধুৰীয়ে কিবা কব যেন অনুমান হল। আমি তেওঁৰ ফালে চাই ৰলোঁ।

—আজি কোচবিহাৰৰ তোৰ খুৰাৰ পৰা চিঠি পাইছো। তেওঁ নিজে গৈ থৈ আহিব হেনো। দুদিনৰ ভিতৰতে তোকো তালৈ পঠিয়াবলৈ লিখিছে।

কিন্তু কাবেৰীৰ প্ৰগ্ৰেম আছে। মাজত মাথো চাৰিটা দিন তাৰ পাছৰ পৰাই গোটেই অসমতে আমি অনুষ্ঠান পতাৰ আঁচনি লৈছো। কাবেৰী এতিয়া যাবলৈ খুজিলে মুহূৰ্ত্ততে মোৰ সকলো কল্পনা চুৰমাৰ হৈ যাব।

এটা অনাকাঙ্খিত পৰিণতিত মই হতাশ হৈ পৰো। কাবেৰীক যেন মই বান্ধি ৰাখিম। কাবেৰী যাব নোৱাৰে। মোৰ আশা আকাঙ্খা, বাসনা কল্পনাৰ জীৱন্তৰূপ কাবেৰী। কাবেৰী গলে ঋতুৰঙ্গই কেনেকৈ বসন্তৰ ৰং সানিব। আৰু মই?

- শিল্পী ঝৰণাইতক লৈ পাৰিব নেকি চাওক প্ৰফেচৰ বৰুৱা।

ময়ো ভাবো ঋতুৰঙ্গৰ কল্পনা কলিতে মৰহি যাব দিব নোৱাৰি। এয়া মোৰো, —কল্যাণেশ চৌধুৰীৰো কথা বৰুৱা।

—কিন্তু কাবেৰী অবিহনে এই শিল্পী ঝৰণাইতৰ মাজেৰে আমাৰ সংকল্প যে অসমক বুজাব নোৱাৰিম। কাবেৰীৰ অবিহনে ঋতুৰঙ্গ স্তব্ধ হৈ যাব।

—কিন্তু মইতো যোৱা নাই! মই থাকিম, বিশ্বাস কৰক মই থাকিম।

—তই থাকিব নোৱাৰ কাবেৰী। চিঠিৰ লগতে এখন টেলিগ্ৰামো পালো। তোৰ মাৰ টেলিগ্ৰাম। আশীৰ আছে। সিও আহি আছে কাবেৰী!

—মা-মা! —কাবেৰীয়ে চিঞৰি উঠিছিল। কল্যাণেশ চৌধুৰীয়ে দুহাত

মেলি কাবেৰীক সাবটি ধৰিছিল। কাবেৰিয়ে একো কব নোৱাৰা হৈ আনন্দত উচুপি উঠিছিল। উচুপি উচুপি যেন কল্যাণেশ চৌধুৰীৰ বুকুৰ মাজত সোমাই পৰিছিল। আৰু কল্যাণেশ চৌধুৰীয়ে তেতিয়া কাবেৰীৰ মূৰত হাত বুলাই বুলাই মোৰ ফালে চাই কৈছিল—

—প্ৰফেচৰ বৰুৱা, মোৰ একমাত্ৰ ভাগিন আশীষ উভতি আহিছে। মোৰ যে আজি কিমান আনন্দ। মনৰ আনন্দতে ভাবিলোঁ আজি নিজ হাতে ৰন্ধা বঢ়া কৰি আপোনালোকক এসাজ ভাত খুৱাওঁ। শ্বিম্পুৰ হতুৱাই পাচপীৰত কেণ্ডেল জ্বলাই দিলোঁ। পাচপীৰত মোৰ মানস আছিল। আশীষ উভতি আহিলে দৰগাহত কেণ্ডেল জ্বলাম, আজি সেই আশা পূৰণ হল। আজি যে মোৰ কিমান আনন্দৰ দিন। আশীষ আজি উভতি আহিছে। কাবেৰী! আশীষ আহিছে। কোচবিহাৰতে আছে—

কল্যাণেশ বাবুৰ চকুৰেদি এক আনন্দাশ্ৰু ধীৰ গতিত বৈ আহিছিল। কিয় জানো কব নোৱাৰাকৈয়ে লাহে লাহে মোৰ অন্তৰ এই মানুহজনৰ প্ৰতি শ্ৰদ্ধাত ভৰি পৰিছিল। মই মাথো এই নাটকৰ দৃশ্যান্ত নীৰবে নিশ্চুপ হৈ চাই গৈছিলোঁ আৰু সেয়ে হয়তো কল্যাণেশ বাবুয়ে যেতিয়া কৈছিল যে কাইলৈ ৰাতিপুৱাতে তেওঁ নিজে কাবেৰী আৰু শ্বিম্পুক লৈ কোচবিহাৰলৈ যাত্ৰা কৰিব তেতিয়া বাধা দিবলৈ শক্তি হেৰুৱাই পেলাইছিলোঁ। মই কেৱল কাবেৰীৰ আশ্বাসকে সাবোগত কৰি কাবেৰীহঁতৰ কোচবিহাৰ যাত্ৰাত শুভেচ্ছা জনাইছিলোঁ!

কাবেৰীয়ে কৈছিল—সিহঁত কোচবিহাৰলৈ যাব। দুদিন থাকি পাৰিলে মাক দাদাক ভনীয়েকক আটাইকে ইয়ালৈ লৈ আহিব। তেওঁ-খতুৰকৰ আঁচনিৰ কথা অৱহিত কৰাব। সুবিধা হলে কাবেৰী এতিয়া অসমতে কিছুদিন থাকি পাছত ৰংপুৰলৈ যাব। কিন্তু খতুৰকৰই অনুষ্ঠান

বন্ধ কৰিব নালাগে । দুদিনৰ ভিতৰতে কাবেৰীয়ে সকলো মোক জনাই দিব ।

মই নিৰুপায় । কাবেৰীক বাধা দিবলৈও মোৰ কোনো অধিকাৰ নাই । নৈতিকতাই সেই কথা নকয় ।

নিহত বুলি ভবা, নিখোজ হোৱা ককায়েকক এবছৰ মূৰত ওভোতাই পাইছে । স্বাধীন বাংলাদেশলৈ ওভোতাৰ প্ৰাকমূহূৰ্তত ককায়েক, মাক ভনীয়েকক লগ পাবলৈ কোনে বাৰু হাবিয়াস নকৰিব ? মোৰ কিন্তু সংশয় মনত । অন্তৰ দুৰু দুৰুকৈ কঁপি উঠে । জানোচা ককায়েক মাকহঁতক পাই কাবেৰী আকৌ ৰংপুৰলৈ গুচিয়ে যায় ! জানোচা পৰিয়ালৰ সকলোটিকে ওভোতাই পাই হেৰাই যোৱা অতীতৰ বছৰবোৰক ওভোতাই পোৱাৰ স্বপ্নৰাগীত নিকটতম সদ্য অতিবাহিত বছৰটোৰ স্মৃতি এই দুইভৰ পাৰতে বিসৰ্জ্জি যায় !

কিন্তু সেই সন্ধিয়াৰ বিদায়ৰ মূহূৰ্ত্তৰ তাই কোৱা কথাবোৰ মোৰ কানত আজিও যেন বাজি আছে ।

-- মইতো আহিমে, আশীৰ্বাদ আৰু মাকো মই ইয়ালৈ লৈ আহিম । কিয় জানে ? বাংলাদেশলৈ উভতি যোৱাৰ আগতে তেওঁলোকে এটা সান্ত্বনা লৈ ওভোতক যে মই মোৰ জীৱনৰ পুৰুষক নিৰ্ব্বাচিত কৰিছো ।

—আৰু এষাৰ কথা জানাবা । এই নিৰ্বাচন একপক্ষীয় নহয় -- দ্বিপাক্ষিক !

মই সেই কথাবোৰ পাহৰি যোৱা নাই । উৎকণ্ঠাৰে এটি এটিকৈ দুটা দিন ধুবুৰীত চটফট্ কৰি কৰি কটাই দিওঁ । অৱশেষত কল্যাণেশ বাবু উভতি আহে । লগতে কাবেৰীৰ চিঠিও তেওঁ মোলৈ কঢ়িয়াই আনে । এক স্বপ্নৰাগী ভাবৰ উন্মাদনাত, বহু আনন্দ আৰু অকণি সংশয়ত অস্থিৰ মন লৈ একে উশাহতে যেন মই চিঠি পাঁচ শেষ কৰি দিম । মই পঢ়ি যাওঁ—কাবেৰীয়ে কোচবিহাৰৰ পৰা লিখা চিঠি ।

মৰমৰ মণ্টুদা,

কি নাম দি মাতিম আপোনাক ? মণ্টুদা না আলোক দা ! আৰু মোক ?

কাবেৰী বুলি মাতি আপোনাৰ ভাল লাগে ? মোৰ কিন্তু থু-উ-ব ভাল লাগে ।

আপুনি কাবেৰী বুলি মতা ভাবিলে মোৰ ঝুন ঝুনকৈ জুমুকা কঁপাই সাউত কৰি আপোনাৰ কাষ চাপিবলে মন যায় । মই আপোনাৰ অন্তৰ চিনি পাইছো । সেয়েহে মই আপোনাক জীৱন সঁপি দিছো ।

কিন্তু মোৰ বিশ্বাস আপুনি মোক চিনি পালেও মোক সম্পূর্ণভাবে বুজিবলৈ আপুনি কাহানিও বাঞ্ছা কৰা নাই । মই ভাবো মই জীৱনত হয়তো আপোনাক মোৰ ব্যক্তিগত জীৱনৰ এটা দিশৰ এটি দিনৰ এটি ঘটনাৰ কথা চিৰদিনে লুকাই ৰাখিলোঁহেঁতেন—এই বুলি নহয় যে আপোনাক প্ৰতাৰণা কৰিম, কিন্তু ময়ো যে জীৱনৰ যি কোনো পৰিস্থিতিতে এগৰাকী নাৰী বিশেষ এই সত্যটোৰ বাবেহে ।

মোৰ জীৱন নাটকৰ বহুতো দৃশ্যকে আপুনি জানিছে । ময়ে জনাইছো । কিন্তু জীৱনত এনে এটি দৃশ্য আছে যাক মই কবলৈকো ভয় কৰো । কাৰণ মই আজি অনুভব কৰিছো আপুনি মোক সম্পূর্ণ ধৰণে জানি বুজি লওক । আৰু সেয়ে আজি জীৱনৰ বন্ধ দুৱাৰ মেলি দি মোৰ এক নতুন ৰূপ আপোনাৰ আগত ব্যক্ত কৰিম ।

বাংলাদেশৰ পৰা ভাৰতলৈ আমি যিদিনা আহিছিলোঁ। সেইদিনা আমাৰ লগতে মোৰ ভনী আৰু আশীষদা মোৰ লগত থকা কথাটো আপুনি জানে। আশীষদাৰ উপৰিও মই যিজনাৰ আছিলো বাগদত্তা সেই পাৰ্থদাও যে আমাৰ লগতে আছিল সম্ভৱ সেই কথা আপুনি নাজানে । মা আৰু ভণ্টিক আশীষদা আৰু পাৰ্থদাৰ আন আন বন্ধু দুজনমানে আমাৰ আগে আগে সীমান্তলৈ লৈ গৈছিল । দাদা, পাৰ্থদা আৰু মই পিছে পিছে

বাট লৈছিলোঁ। ভাৰতীয় সীমান্তৰ পৰা মাথো কিছুদূৰ থাকোতে হঠাতে পাকিস্তানী মিলিটাৰীয়ে আমাক বাট আগুৰি ধৰিছিল। দাদাই বাধা দিবলৈ যোৱাত বন্দুকৰ নলিৰ কোবত সি অচেতন হৈ পৰিছিল।

পাৰ্থদাই মোক লৈ লুকাবলৈ খোজোঁতেই দুজন মিলিটাৰীয়ে মোক দুফালৰ পৰা চেপি ধৰিছিল! মই আৰ্ত্তনাদ কৰি চিঞঁৰি দিছিলোঁ। মুহূৰ্ত্ততে গম পাইছিলো একমাত্ৰ যিজনাই মোক ৰক্ষা কৰিব লাগিছিল সেই পাৰ্থদা বেয়োনেটৰ আঘাতত ধৰাশায়ী হৈ পৰিছিল। মই তেতিয়া গম পাইছিলোঁ মোৰ বাগদত্তা পুৰুষৰ আগতে পাকিস্তানী মিলিটাৰীৰ দ্বাৰা মই ধৰ্ষিতা হম। মোক যেতিয়া সেই দুটা পশুই প্ৰবল শক্তিৰে মাটিত বগৰাই ধৰিছিল, মই তেতিয়া পাৰ্থদা পাৰ্থদা কই আৰ্ত্তনাদ কৰি চিঞঁৰি উঠিছিলোঁ। কিন্তু মোৰ সেই আৰ্ত্তনাদে যেতিয়া পাৰ্থদাক বচিয়া কৰি তুলিছিল ঠিক সেই সময়তে এটা গুলীৰ শব্দত পাৰ্থদা মাটিত ঢলি পৰিছিল। মই কিন্তু তেতিয়ালৈ জনা নাছিলোঁ মই যিজনাৰ বাগদত্তা নাৰী সেই পাৰ্থদা সেইগুলিত আহত নে নিহত! তাৰ পাছত! জানে মণ্টুদা! মই এগৰাকী গাভৰু। সন্মুখত মোৰ সেই দেৱতা। গাভৰু জীৱনৰ পূণ্যতম ধৰ্ম্ম সতীত্ব ৰক্ষা। কিন্তু মোৰ কি হল। মই সেই কথা আপোনাক কিদৰে লিখিম। বাংলাদেশৰ স্বাধীনতা সংগ্ৰামত লক্ষ লক্ষ নৰ নাৰীয়ে জীৱন আহুতি নিলে, দেশ মাতৃকাৰ সেৱাত সেই সকল শ্বহীদ হল; সেই শ্বহীদৰ ৰঙা ৰক্তেৰে বাংলাদেশৰ বুৰঞ্জীৰ পাত সোনালী হৈ ৰব। ভৱিষ্যত বংশধৰে সেই সকলক সুঁৱৰিব!

কিন্তু মোক বা মোৰ দৰে যিসকল গাভৰু-যাহিয়াখান প্ৰেৰিত পাঠান দুৰ্বৃত্তৰ লালসাৰ খোৰাক হৈ সতীত্ব জীৱন-যৌৱন দি জীয়াই থাকিব লগা হ'ল সেই সকল আমি বোৰক কোনে সুঁৱৰিব?

জীৱন সাগৰত সাতুৰি সাতুৰি শামুকৰ খোলা হৈ এটা সময়ত ব্ৰহ্মপুত্ৰ পদ্মাধৰৰ সঙ্গমভূমি নেতাই ধুবুনী ঘাটত আপোনাক লগ পালোঁ।

আপুনি মোক বুটলি ললে । কিন্তু আপোনাক এটা বিষয়ত মই সদায় ফাঁকি দি থাকিলোঁ। আৰু ফাঁকি দি থাকিলোহেঁতেন যদিহে এই লিখাৰ প্ৰয়োজনীয়তা নহলহেঁতেন ।

সেয়ে আজি লিখিছো । মোৰ হৃদয় হাঁহাকাৰ কৰি উঠিছে মণ্টুদা ; কিন্তু ইয়াৰ বাবে জানোময়ে দায়ী । ধুবুৰী পোৱাৰ আগতে কোঁচবিহাৰত মই যে মোৰ এক মহীয়া সন্তানক নষ্ট কৰি কি যন্ত্ৰণাত কাতৰ হৈ কোচবিহাৰৰ খুৰাদেউৰ ঘৰৰ পৰা মোমাইদেউৰ ঘৰ পাইছিলোঁ। সেয়া মই আপোনাক কিদৰে বুজাম মণ্টুদা ! উপস্থিত মোৰ মাতৃ তাত, সন্মুখত মোৰ একমাত্ৰ ভনী । মই গৰ্ভৱতী জঙ্গলী মিলিটাৰীৰ বৰ্বৰতাৰ বলী হৈ । আৰু তাৰে ভ্ৰূণহত্যা কৰাইছে মোৰ ডাক্তৰ খুৰাদেৱে । উহ. কি জীৱন মোৰ ! মই গণিকা—বেশ্যা ! দিগন্ত প্ৰসাৰিত আকাশৰ তলত প্ৰাতঃ পৰৰ আগে আগে পৃথিৱীৰ কঠিন মাটিত থেকেচি থেকেচি মোক শুৱাই লৈ মোৰ স্বয়ং বাগদত্তা পুৰুষৰ আগত যে এটা এটা কৈ তিনিটা বৰ্বৰ পশুৱে বলাৎকাৰ কৰিলে, মোৰ স্বপ্ন চূৰ্ণ বিচূৰ্ণ কৰি মোৰ ওপৰত এটা ব্যভিচাৰ চলালে তাৰ বাবে আজি মই কাক দোষী কৰি হৃদয় শীতল কৰিম !

মোৰ জীৱন দগ্ধ । কিন্তু ময়ো জী থাকিবলৈ বিচাৰিছিলোঁ । তাৰ বাবে মই অকনি আশ্ৰয় বিচাৰিছিলোঁ । সেই আশ্ৰয় দিছিল মোক সঙ্গীতৰ পূত সুৰে আৰু আপোনাৰ উদাৰ হৃদয়ে ।

কিন্তু আপোনাৰ সেই উদাৰতাৰ আশ্ৰয় লৈ মই মোৰ অতীতৰে এক কলঙ্কিত দিনৰ দৃশ্য অৱতাৰণা নকৰি থাকিব নোৱাৰিলোঁ ।

তাৰ পাছত পাৰ্থদা, আশীৰ্বাদক আৰু মই লগ পোৱা নাই। প্ৰায় অচেতন অৱস্থাত মোক হেনো ভাৰতীয় সীমান্ত পাৰ কৰি দি খুৰাদেউহঁতৰ ঘৰ পোৱাই দিছিল ভাৰতীয় মিলিটাৰীয়ে। বাক্তিপুৰাৰ লগে লগে ভাৰতীয় জোৱানে সীমান্তৰ নিকটবৰ্ত্তী আমাৰ সেই স্থানত

আবির্ভাব হয়। তেওঁলোকেই মোক সেই পাকিস্তানী জল্লাদইতব কবলব পৰা উদ্ধাৰ কৰি সীমান্ত পাৰ কৰি দিয়ে।

এয়া মোৰ অতীত ইতিহাস। আপোনাৰ কাৰেণীৰ জীমে বুৰঞ্জীৰ এখিলা পাত। আহে আঁহে আছে তাত মোৰ অশ্ৰুৰ তপত কণিকাবোৰ। জীৱনৰ স্বপ্ন ভঙ্গৰ আহত আৰ্তনাদ।

কিন্তু তথাপিতো কিয় জানো ভাবিবলৈ ধৰিলোঁ। এইবোৰ সকলো জানি শুনিয়ো আপুনি যেন মোক ক্ষমা কৰি বাহু মেলি সাবতি ধৰিবলৈ উদ্বাউল হৈ পৰিছে।

মোৰ এই সপোন সঁচা নেকি? মই পৰপুৰুষ ধৰ্ষিতা, অবৈধ শিশুৰ গৰ্ভপাত কৰাইছো, এইবোৰ জানি শুনিয়ো আপুনি মোক গ্ৰহণ কৰিবলৈ সাহ কৰিব? নিশ্চয় নকৰে। আৰু ময়ো বিচাৰো আপুনি মোক এইবোৰ জানি শুনি পত্নী হিচাবে পাবলৈ বিচাৰিলে মই আপোনাক হিতাহিত জ্ঞান থকা এক মানুহ বুলি ভাবিবলৈ টান পাম।

মই, মা, খুৰাদেউ, দাদা, ভনীজনীৰে সৈতে ধুবুৰীলৈ কাইলৈয়ে যাম। সুযোগ দিলে আপোনাৰ পৰা ধুবুৰীতে বিদায় লম।

এই নাটকীয় ঘটনাৰ আবোদঘাটনৰ পাছত ঋতুৰঙ্গ অনুষ্ঠানৰ কথা কেৱল সৌজন্যবোধ বশতঃ কব লাগিব।

কিন্তু বিশ্বাস কৰক মোৰ স্বপ্ন আছিল ঋতুৰঙ্গেৰে অসমৰ সাংস্কৃতিক পথাৰৰ ঋতু পৰিবৰ্তন ঘটোৱা। সেয়ে মোৰ অনুৰোধ শিল্পী ৰবাইতক লৈয়ে যেন আপুনি ঋতুৰঙ্গৰ বসন্তোৎসৱ পাতে।

মোৰ বিশ্বাস এই চিঠি পোৱাৰ পাছত আপুনি মোক নিশ্চয় লগ ধৰিবলৈ সাহস নকৰিব। যদি কৰে আমাৰ লগতে যাব খোজা আৰু জুলন্মান মুক্তিবাহিনীৰ সৈনিকৰ লগতে আপোনাক পৰিচয় কৰাই দিম। দেশৰ কাৰণে, মোৰ কাৰণে এই সৈনিকে কি কৰিছে তাক দেখিলেহে

অনুমান কৰিব পাৰি। দাদাৰ লগত থকা এক তেনে সৈনিকৰ চকু এটা এতিয়া নাই, কণা হল। হাত এখন যুদ্ধতে বন্দুকৰ গুলীত বিদ্ধ হৈ টুকুৰা হৈ গল।

কিন্তু এওঁযে চকুৰে নেদেখা হল, হাত এখন হেৰুৱালে ইমান ত্যাগ কৰিলে সেৱা আমাৰ বাবে দেশ স্বাধীন কৰিবলৈকে, মোক বা মোৰ দৰে মানুহবোৰক পুনঃ সংস্থাপন দিবলৈকে। সেয়ে মণ্টুদা ভাবিছো আমাৰ দেশৰ মানুহসকলে বাৰু এই সকল সৈনিকক সন্মান খিনি দিব নে নাই? নে অঙ্গক্ষত হোৱা হেতু এই সকলে জীৱনৰ প্ৰাপ্য মৰ্যদাৰ পৰাও বঞ্চিত হব। আমি ইমান নিষ্ঠুৰ হব নোৱাৰোঁ। নিজৰ ভাৱ অনুভূতিক বশ কৰি হলেও আমি এওঁলোকক অকোৱালি লম। আপুনি জানো এনে সৈনিকক লগ পাই ভাল পাব! পাৰিলে মই বাৰু ধুবুৰীলৈ লৈ যাম। পৰিচয় কৰাই দিম। এতিয়া মই আপোনাৰ পৰা বিদায় লৈছো। মোৰ চকুলো সনা প্ৰনাম আৰু বুকুৰ উমৰ মৰমেৰে—

ইতি—
আপোনাৰ
কাবেৰী

হঠাৎ যেন এটা বিকট চিএৰ বন্ধ হৈ গল। মোৰ কাণ মুখ বন্ধ হৈ যোৱা যেন লাগিল। চকু সেমকি গল। মাতটো যেন কঁপি উঠিল। এয়া কি লিখিলে কাবেৰীয়ে।

কোঁহে কোঁহে মধুৰ টোপালেৰে জীৱনক ফুলৰ হাঁহি কৰিবলৈ বিচাৰি, জীৱন দৰ্শনক ঋতুৰঙৰ বাবা ভাবা দিবলৈ পৰিকল্পনা লওঁতেই হঠাতে প্ৰিয়াৰ পৰা পত্ৰ পালোঁ। আমাৰ মাজত যেন নিয়তিয়ে এখন বিৰাট অনতিক্ৰম্য প্ৰাচীৰ থিয় কৰাই দিছে। যুগ যুগ সংস্কাৰ বোধে, গাভৰুৰ সতীত্বৰ মূল্যবোধে মোক যেন কিবা এটাই

কাবেৰীৰ পৰা দূৰলৈ ঠেলি নিছে। তথাপি মই বশ হোৱা নাই। কাবেৰীক মই বিচাৰোঁ।

এক উজাগৰি ৰাতিৰ সপোনেৰে বং সানি বং সানি কাবেৰীক হোমৰ আগত বছুৱাই লওঁ। মই যেন কাবেৰীক কম।

কাবেৰী! তুমি মোৰ বাবে সদায় হোমৰ তুলসীপাত। মই ভাল পাইছো কাবেৰী তোমাক, তোমাৰ সুৰ গান ৰূপ যৌৱনৰ পবিত্ৰ হৃদয়ক। তোমাৰ মনক। তোমাৰ দেহ? সেইবোৰ নকবা কাবেৰী। হৃদয় উজাৰি কৈছো-জীৱনত নিঃসঙ্গ মই। তুমি মোৰ সঙ্গী হোৱা। তুমি হব লাগিব সঙ্গী অনাগত জীৱনত মোৰ বধুৰূপে।

মোৰ ঘৰলৈ কাবেৰী অহাৰ প্ৰথম দিনৰ পুৰাটোৰ দৰে ভাবি থকাৰ দৰেই মই অকলে অকলে ভাবি আছিলোঁ। কাবেৰীয়ে কব নোৱাৰাকৈয়ে মোমায়েকৰ দ্বাৰা কাবেৰীৰ মাকক মোৰ প্ৰস্তাৱ দি কাবেৰীক কিদৰে চক্ খুৱাই দিম।

তাৰ পাছত হয়তো মোমায়েকৰ ঘৰত তাই মাকহঁতৰ লগতে কথা পাতি থাকোতে তাইলৈ কেৰাহীকৈ চাই পঠিয়াই দুষ্টালী হাঁহি এটা মাৰি তাইক জনাই দিম মোক তুমি হাৰ মনাব নোৱাৰিলা কাবেৰী! যুদ্ধত মই জয়ী হলোঁ। এৱা চোৱা, তোমাৰ মা মোমায়েৰাহঁতৰ লগত তোমাক মোলৈকে দিব বুলি খাটাং কৰিলোঁ।

মনতে মোৰ হাঁহি বিৰিঙি উঠিল। হঠাৎ দুৱাৰত নক্ কৰা শুনি সাৰ পাই উঠা যেন লাগিল। নিজৰে লাজ লাগিল। ধেট্, এইদৰেনো ভাবিবলৈ মোক কিহে পাইছে।

দুৱাৰখন মেলি দিলোঁ। মই আচৰিত হৈ গলোঁ। কাবেৰী। লগত আৰু বহুতো।

—কাবেৰী! তুমি আহিলা!

—কিন্তু অকলে নহয়। এয়া মা, আশীৰ্বাদ, খুৰাদেউ!

হতবাক হৈ মই চাই আছিলোঁ, ঠিক এতিয়া এয়া ৰেল ষ্টেচনত দেখি থকাৰ দৰে।

এজন এজন কৈ পৰিচিত হৈ গৈছিলোঁ তেতিয়া মোৰ কক্ষত ক্ষণিক অৱস্থিতিৰ সময়তে।

মোৰ তেতিয়া সকলোবোৰতে আউল লাগিছিল। ঋতুৰঙ্গৰ পৰিকল্পনাতো জট বান্ধিছিল। তেতিয়াই গম পাইছিলোঁ–কাবেৰীয়ে সঁচাকৈ বংলা দেশলৈ উভতি যাবলৈকে ধুবুৰীলৈ আমাক মাত দিবলৈ আহিছিল!

মই তেতিয়া কৈছিলোঁ–

—তুমি ধুবুৰীলৈ নহাকৈ কোচবিহাৰৰ পৰাইতো যাব পাৰিলাহেঁতেন

- পাৰিলোহেঁতেন কিন্তু নগলোঁ।।

—কিয়?

—তেতিয়া হলে মোক ভুল বুজিলেহেঁতেন। ঋতুৰঙ্গ-শিল্পী-ঝৰণাইত হৈ থকা মোৰ ভাল পোৱাক আপুনি অভিনয় বুলি ধৰিলেহেঁতেন। মই কিন্তু কাহানিও অভিনয় কৰি পোৱা নাই। পাৰ্থদাৰ প্ৰতি মোৰ যি আবেগ সেয়াও সঁচা আৰু আপোনাৰ প্ৰতি মোৰ যি আকৰ্ষণ সেয়াও সত্য। এয়া অভিনয় নহয় মণ্টুদা। মোক বিশ্বাস কৰক!

—অবিশ্বাস কাহানিও কৰা নাই কাবেৰী! তোমাৰ কথাবোৰ কঁপিছে কিয় কাবেৰী? মোৰ ফালে চোৱা। সময় যে নাই, ট্ৰেইন এৰিবৰ হল।

—মণ্টুদা আপুনি মোক কি ভাবিছে?

–পাৰ্থদাক উভোতাই তুমি ধুবুৰীতে থাকি যোৱা হলে মোৰ বেছি ভাল লাগিলেহেঁতেন। কিন্তু তোমাৰ জীৱনৰ প্ৰথম পুৰুষ পাৰ্থ অক্ষত হৈ যোৱাতো তুমি পাৰ্থক অকোৱালি লব পৰাত তুমি মোৰ মনৰ ভাল-পোৱা ছোৱালী এজনীয়ে হৈ থকা নাই। তোমাৰ ৰূপতকৈ তোমাৰ অন্তৰ বহুত বেছি মহান। সেয়ে তোমালৈ থাকিব মোৰ শ্ৰদ্ধা। তুমি

নমস্যা কা-বে-ৰী ।

- মণ্টুদা ! আপুনি ইমান ম-হা-ন !

— তোমাৰ তুলনাত কিন্তু নগনা ! তুমি এটা কাম কৰিবা --

— কওক ।

—দৃষ্টি সদায় আগত ৰাখিবা । পিছলৈ উভতি নাচাবা । ভালদৰেই বহি লোৱা । আশীষে সেয়া পাৰ্থক উঠাই লৈছে । মই বিচাৰো যি মহানভাৱে এক চক্ষুহীন অঙ্গক্ষত পাৰ্থক তুমি গ্ৰহণ কৰিবা সেই হৃদয়েৰেই পাৰ্থৰ অনাগত দিনবোৰতো তুমি যেন সঙ্গী হৈয়ে থাকা !

—ম-ণ্টু-দা

—কাবেৰী

- কওক পাহৰিব বুলি । মোক লুইতে পাহৰিব ?

—নাপাহৰে

—শ্বিম্পু, ঝৰণাইতে পাহৰিব ?

—নাপাহৰে

— আপুনি পাহৰিব ?

—ময়ো যে মানুহ কাবেৰী !

—ম-ণ্টু-দা

—কা-বে-ৰী

তাৰ পাছত ৰেলখন লাহে লাহে গুচি গল । দূৰলৈ চাই পঠিয়ালোঁ । । ট্ৰেইনখন নেদেখা হল ।

ট্ৰেইনখনি অদৃশ্য হওঁতেও কিন্তু তাৰ টিকটো শুনিছিলো আৰু দেখি-ছিলো· এইমাত্ৰ গুচি যোৱা ৰেলগাড়ীৰ চুঙিৰে ওলোৱা বহুতো কম-লাৰ ধোঁৱা শূন্যতে ওপঙি থকা—

# যোগসূত্র

চিঠি খুলি ভৱানী মাষ্টৰ আনন্দতে অধীৰ হৈ পৰিছিল। কব নোৱাৰাকৈয়ে ঘৈনীয়েক অহল্যাকো চিঞৰি চিঞৰি মাতিলে।

—হেৰা ক'ত হে। সোনকালে আহা। জিউমণিৰ চিঠি আহিছে। মই কৈছিলো নহয় সি লিখিব বুলি।

অহল্যাই পাকঘৰৰ পৰাই মাত দিছিল।

—কি খবৰ দিছে? কিবা জৰুৰী কথা জনাইছে নেকি?

জীউমণীৰ চিঠি অহা শুনি পাকঘৰৰ পৰা অহল্যা আহি ইতিমধ্যে ভৱানী মাষ্টৰ বহি থকা বাৰান্দা আহি পাইছিল। নাতিদূৰৰ পৰা সোণ্বাকুৱে চিঠিখনিলৈ চাই আছিল। চিঠিখন সোণ্বাকুৱে আনি দিছিল। ভুঁইৰ পৰা আহি ৰাস্তাৰ দাঁতিতে থকা গেলামালৰ দোকানখনলৈ বিড়ি আনিবলৈ যাওঁতে পিয়নে চিঠিখন সোণ্বাকক দিছিল। সোণ্বাকুৱে সেইখন আনি ভৱানী মাষ্টৰক দিছিল।

সোণ্বাক ভৱানী মাষ্টৰৰ ঘৰতে থাকে মাহিলি দৰ্মহাত। গৃহস্থৰ সকলোখিনি কামতেই চকু দিব লগা হলেও সোণ্বাক আচলতে হালোৱা। বছৰি দুহেজাৰ টকাত বন্দোৱস্ত। আগতে বছৰি পোন্ধৰশ আছিল। তাৰ পাছত ওঠৰশ আৰু এতিয়া দুহেজাৰ। ভৱানী মাষ্টৰৰ ঘৰত থকা তাৰ আঠ বছৰেই হ'ল।

সোণ্বাক কিন্তু এটা কথাত আচৰিত হৈছিল। চিঠিত কি আছিল সেয়া ভৱানী মাষ্টৰেও পঢ়ি চোৱা নাছিল। কিন্তু চিঠিখন পাইয়ে কিবা এটা দেখি ভৱানী মাষ্টৰে আনন্দতে যিখন কৰিছিল সোণ্বাক তাতে বিচূৰ্ত্তি খাইছিল। কৌতুহলতে সিও তাতে থিয় হৈয়ে আছিল।

অহল্যাই আকৌ সুধিলে।

– মণিহঁত ভাল আছেনে? বিস্তৃত আহিব বুলি লিখিছে নেকি? বিস্তৃত আহিবলৈ কব। বিস্তৃত ঘৰখনত আটাই কেইটা লগ নেলাগিলে ভাল নেলাগে। তাতে সিহঁত স্থবছৰমান ঘৰলৈ অহাই নাই। বিস্তৃত মই আকন্দক মঁহৰ দৈ দিবলৈ কৈছোঁয়েই। মঁহৰ দৈ বুলি ক'লে তাতে আকৌ খাগৰিৰ আগ খোৱা আকন্দৰ মঁহৰ দৈৰ কথা বুলি শুনিলে মণি নহাকৈ থাকিব নোৱাৰে।

—এই তুমিনো কি ৰামায়ণখন মেলিলা। চিঠি আহিছে। চিঠিৰ উত্তৰত মই কি লিখিম তোমাক সোধা নাই।

– চিঠি অহা বুলি দেখোন নিজেই কৈছে। কি লিখিছে মোক জানো পঢ়ি শুনাইছে?

জীউমণিৰ চিঠি। সি নিজে লিখিছে। নিজ হাতে মোলৈ লিখিছে।

--এই মানুহটোৰ লগত এইটোৱেই দিগ্‌দাবি। চিঠি পাই দিশ্‌বিদিগ পাহৰি একোনাই হ'ল। এতিয়া চিঠিত কি লিখিছে কব নোৱাৰা হ'ল।

– হেৰা নিজে পঢ়ি নোলোৱা কিয়? জীউমণিৰ চিঠি অ-স-মী-য়া-ত লিখিছে। সি একেবাৰে কবিতাও মিলাইছে। যি পাৰিছে লিখিছে—

এই ঘটনাটোতে সোণাকৰে আচৰিত হৈছিল। অৱশ্যে গৃহস্থ ভৱানী মাষ্টৰ আৰু গৃহস্থনী অহল্যাৰ কাণ্ড-কীৰ্ত্তিত সি আমোদ পাইছিল। অহল্যাই অৱশ্যে এনেয়েও কিবা লাগ ভাগ নোহোৱা কথা কোৱা স্বৰূপৰ আছিল। কথা বতৰাতো সেইটোকে দেখা দিছিল। বৰপুত্ৰ দিগন্ত মানে মণিৰ কথা ওলালে অহল্যাৰ সেই বিসঙ্গতি আৰু বেছি ধৰা পৰে।

সোণাকৰে অৱশ্যে ঘটনাটো উপভোগ কৰিছিল। লেখা পঢ়া নজনা মানুহৰ ঘৰত টেলিগ্ৰাম আহিলে কেতিয়াবা এনে হয়। তাৰ বাৰ্ত্তাৰ লিখা নপঢ়াকৈয়ে কান্দৰ হয়। কিন্তু সেই কথা বেলেগ।

এইখন বেলেগ ঘৰ। ভৱানী মাষ্টৰৰ ঘৰ।

ভৱানী প্ৰসাদ দাস।—এম ভি, স্কুলৰ অৱসৰ প্ৰাপ্ত প্ৰধান শিক্ষক। অৱসৰপ্ৰাপ্ত হলেও ভৱানী প্ৰসাদ দাসৰ আছে গাওঁত যথেষ্ট প্ৰতিপত্তি। স্থাবৰ অস্থাবৰ সম্পত্তিৰে ভৱানী প্ৰসাদ দাস গাওঁৰ চহকী মানুহ। মাটি আধিও দিয়ে আৰু ঘৰৰ ওচৰতে থকা মাটিডৰা মানুহ ৰাখিও কৰে। খেতি বাতিৰ আয়েৰে গোটেই ঘৰখন চলায় নহয় — তাৰে ল'ৰা-ছোৱালীকো পঢ়ুৱাইছিল, ছোৱালী বিয়া দিছিল। ডাঙৰ পুতেক মণি — মানে দিগন্ত ইঞ্জিনিয়াৰ। ডুলিয়াজানত 'অইল ইণ্ডিয়া'ত কাম কৰে। ডুলিয়াজানতে থাকে। ডাঙৰ চাকৰি 'আপৰেশ্বন ম্যানেজাৰ'। দ্বিতীয়টো বিপুল। সি 'লাইফ ইন্সুৰেন্স কোৰ্পোৰেশ্বন'ৰ এছিষ্টেণ্ট ম্যানেজাৰ। বাকী তিনিজনী ছোৱালী। সন্ধ্যা, ললিতা আৰু কান্তা। তিনিজনীক ভাল ঘৰত বিয়া দিছে। সন্ধ্যা থাকে গুৱাহাটীত। উকিলৰ লগত বিয়া হৈছে। ঘৰ আজৰাত। ললিতা 'এক্সাইজ ইন্স্পেক্টৰ'; থাকে ধুবুৰীত। আচল ঘৰ চাপতগ্ৰামত। কান্তাক বিয়া দিয়া বেছি দিন হোৱা নাই। 'টিম্বাৰ মাৰ্চেণ্ট'ৰ লগত বিয়া দিছে। ধুপধৰাত ঘৰ।

পাচোঁটা ল'ৰা-ছোৱালী থাকিলেও ঘৰত কিন্তু থাকে কেৱল ভৱানী মাষ্টৰ আৰু পৰিবাৰ অহল্যা। অৱশ্যে কাম কৰা মানুহ আছে। সোণাকৰে খেতি চম্ভালে। জয়নালে বাৰীত কাম কৰে, গৰু কেইটা চায়। বাকীজনী হ'ল তৰু। মাকৰ সহায়ৰ বাবে পঠিয়াই দিছে ডাঙৰ জীয়েক সন্ধ্যায়। অৱশ্যে ভৱানী মাষ্টৰৰ ঘৰত মানুহ এনেয়েও থাকে। খেতিৰ কামতে হওক, পুখুৰীৰ কামতে হওক চৰৰ ছুটা এটাই কিবা এটা কৰিয়ে থাকে। গাওঁৰ ৰাঁৰী-বিধবাইও ভৱানী মাষ্টৰৰ ঘৰত কাম কৰি ভাল পায়। অহল্যাই কাকো বিমুখ নকৰে। গৰীবৰ দুখ বুজে। ধান-চাউল, মাছ-পোনা ৰাঁৰী বিধবাক খুজিলে নিদিয়াকৈ নাথাকে। ঘৰতে লাগি থকা

কেইজনীয়ে সন্ধ্যা, ললিতা, কান্তাৰ পৰা সময়ে সময়ে পিন্ধা কাপোৰ-খন, চাদৰখনো পায়।

পিতৃ-মাতৃৰ আদৰ্শেৰে ডাঙৰ দীঘল হোৱা দিগন্ত, সন্ধ্যা, ললিতা, বিপুল আৰু কান্তাই কাহানিও কাকো বিমুখ কৰিব নোৱাৰে। জীয়েক তিনিজনীৰ নাতি-নাতিনী কেইটাও সময় পালে প্ৰায়ে থকাকৈ আহি থাকে। ডাঙৰ জীয়েক, মাজু জীয়েক দুয়োজনীয়ে স্কুললৈ দিয়াৰ আগতে ল'ৰা-ছোৱালীক দেউতাকৰ লগতে থৈছিল। অৱশ্যে বেছিদিনীয়া নহয়। এমাহ দুমাহ সময়। দেউতাকৰ লগত ৰখাৰ কাৰণ আছিল—আৰম্ভণিতে দেউতাকৰ তত্বাবধানত থলে সিঁহতৰ ভেটিটো ভাল হব। দেউতাক আছিল অতি নামী শিক্ষক। দেউতাকে যেনেকৈহে পঢ়ুৱায়। আগৰ এম,ভি. স্কুলত পঢ়ি নৰ্মাল প্ৰশিক্ষণ লোৱা ভৱানী মাষ্টৰ। যি শিকিছিল বা পঢ়িছিল বা যি শিকাইছিল আৰু পঢ়ুৱাইছিল তাত খুট নাছিল!

নাতি-নাতিনী কেইটাক ঘৰত ৰাখিও ভৱানী মাষ্টৰে ভাল পাইছিল। ঘৰখন ভৰি থকাৰ দৰে লাগে। আগৰ কালত ছোৱালীক বিয়া দি ঘৰৰ পৰা যাবলৈ দিছিল। ল'ৰাবোৰ গৃহ কেন্দ্ৰীক হৈ আছিল। পুৰুষানুক্ৰমে লাভ কৰা স্থাবৰ অস্থাবৰ সম্পত্তি চলাইছিল। আজিকালি কথা বেলেগ হ'ল। গাওঁৰ পৰা পঢ়িবলৈ বাহিৰলৈ যোৱাৰ লগে লগে গাওঁৰ ঘৰ এৰা কাৰ্য্য আৰম্ভ হয়। পঢ়া শুনা শেষ হ'লে চাকৰি, চাকৰিৰ পাছত বিয়া, বিয়াৰ পাছত অৱধাৰিত ঘৰ সজোৱাৰ আশাৰে চহৰত মাটি।

ডুলিয়াজানত চাকৰি কৰি থকা দিগন্তই এতিয়াই বাহিৰত ঘৰ নেসাজিলেও গুৱাহাটীত সি ভাল মাটি লৈ থৈছে। এটা সময়ত ঘৰো সাজিব। একেদৰেই হয়তো থকাকৈ যাব— কণিষ্ঠ পুত্ৰ বিপুলো।

খুলি নকলেও ভৱানী মাষ্টৰৰ মনতো যে তেনে এক আশঙ্কাই স্থান

নেপাইছিল তেনে নহয়। কিন্তু সেই বুলি ভৱানী মাষ্টৰ কাৰোবাৰ উত্তৰোত্তৰত কাহানিও অন্তৰায় হব বিচৰা নাছিল। জীৱনোন্নতিৰ অন্বেষণত, বিদ্যার্জ্জনত, মানুহৰ বসবাসৰ স্থানান্তৰ হয়। কিন্তু চহৰলৈ গ'লে বুলি গাওঁৰ ভেটি পাহৰি যাব, গাওঁৰ সমাজখনক পিঠি দিব সেইটো ভৱানী মাষ্টৰে সহ্য কৰিবলৈ নোৱাৰিছিল। আৰু প্ৰস্তুত নাছিল-- আধুনিক ধৰণে শিক্ষিত হৈ নিজৰ চিৰাচৰিত ৰীতি-নীতি সকলোটিকে বিসর্জন দি নিজৰ ঐতিহ্যৰ পৰা খহি পৰি পপিয়াতৰা হবলৈ ধৰা মানসিকতাক গ্ৰহণ কৰিবলৈ।

ভৱানী মাষ্টৰে অৱশ্যে মুখ খুলি কোৱা নাছিল। কিন্তু কথাটো সহজভাবে লব পৰা নাছিল। ডাঙৰ জীয়েক সন্ধ্যা বিহুত আহি ঘৰৰ পৰা যোৱা সময়ত 'ডনবস্ক'ত পঢ়ি থকা ডাঙৰ নাতি অঞ্জনক তেওঁ চিঠি লিখিবলৈ কৈছিল। সন্ধ্যায় তেতিয়া হাঁহি হাঁহি দেউতাকক কৈছিল –

—সি তোমালৈ চিঠি দিলে পঢ়ি দিবলৈ চিঠিৰ লগতে ময়ো আহিব লাগিব। সি ইংৰাজীতে হে লিখিব।

মুখেৰে একো নকলেও ভৱানী মাষ্টৰে কথা কেইটা সহজে হজম কৰিবলৈ টান পাইছিল। হব পাৰে— জীয়েক বাবেই ভৱানী মাষ্টৰে হয়তো ক্ষমা কৰি দিছিল। কিন্তু ব্যক্তিত্বক আঘাত দিব পৰা কোনো কথা শুনিবলৈ ভৱানী মাষ্টৰ প্ৰস্তুত নাছিল।

সন্ধ্যাৰ কথাত ইংৰাজী ভাষাত দেউতাকৰ সীমাবদ্ধ জ্ঞানক লৈ তাচ্ছিল্য কৰা ভাব প্ৰকাশ পোৱা বুলি নধৰিলেও ইংৰাজী ভাষাত পঢ়ুৱাই অৰ্জন কৰা নবলব্ধ অহঙ্কাৰৰ ভাব তাত নিশ্চয় ফুটি উঠিছিল, আৰু তাতেই যেন আছিল ভৱানী মাষ্টৰৰ ঐতিহ্য প্ৰীতিত আঘাত। সেয়া হলেও এয়াও সঁচা দেউতাকৰ কথা মানিয়ে সন্ধ্যা-ললিতাই নিজৰ ল'ৰা-ছোৱালীক এমাহ-দুমাহ দেউতাকৰ লগতে ৰাখি পাছত চহৰৰ

ইংৰাজী মাধ্যমতে পঢ়ুৱাইছিল। ককাকৰ লগত পঢ়ি পোৱা অসমীয়া ভাষা সিহঁতৰ বাবে পাছত পৰিত্যক্ত হৈছিল।

চহৰৰ ইংৰাজী মাধ্যমত পঢ়োৱা বাবেই যে ভৱানী মাষ্টৰে প্ৰতিবাদ কৰিছিল তেনে নহয়। ইংৰাজী মাধ্যমত পঢ়িবলৈ দিয়াত তেওঁ বেয়া পোৱা নাছিল। দেউতাক মাক হিচাপে ল'ৰা-ছোৱালীক শিক্ষা দিয়াৰ দায়িত্ব সিহঁতৰ নিশ্চয় আছিল। গাওঁতে ৰাখি পঢ়ুৱাব নে চহৰতে ৰাখি শিক্ষা দিব, অসমীয়া মাধ্যমতে পঢ়ুৱাব নে ইংৰাজী মাধ্যমতে পঢ়ুৱাব সেয়া সিদ্ধান্ত সিহঁতৰ নিজা ৰবীয়া আছিল। নিজৰ জী-নাতি হলেও ভৱানী মাষ্টৰে নিজৰ মতামতেৰে সিহঁতৰ সিদ্ধান্তক প্ৰভাৱান্বিত কৰিবলৈ কাহানিও বিচৰা নাছিল। তেওঁ কিন্তু ভাবিছিল এটা কথা।

মানুহে নিজৰ ভেটিৰ পৰা আঁতৰি পৰিব নেলাগে। মাটিৰ স্পৰ্শ হেৰাব নেলাগে। যাৰ ঐতিহ্য প্ৰীতি নাই, স্বজাতি, মাতৃভাষা সংস্কৃতিত শ্ৰদ্ধা নাই সেই সকল ছিন্নমূল। সেই সকলৰ ভেটি নাই। নিজৰ ঐতিহ্য সংস্কৃতিক জনাৰ বাবে মাতৃ ভাষা শিংহ দুৱাৰ।

ভৱানী মাষ্টৰে সেই বাবেই ভাবিছিল তেওঁৰ জীৱদ্দশাত নিজৰ বংশ পৰিয়ালক সেই অপৰাধগ্ৰস্ত মানসিকতাত পৰি ছিন্নমূল হোৱাৰ পৰা বিৰত ৰাখিব। তেওঁ ভাবিছিল তেওঁ যি সকলক শিক্ষা দিছিল, সেই সকলক উচিত শিক্ষাকে দিছিল। সিহঁতক কোপোলা কৰি গঢ়ি তুলিবলৈ তেওঁ মাষ্টৰী কৰা নাছিল। সমাজৰ এজনা যুৱৰী হিচাপে, জীৱনৰ সকলো ক্ষেত্ৰতে সেই আদৰ্শ লাডি ধৰিবলৈ তেওঁ কোনো দিনে আঁতৰি থকা নাছিল। কিন্তু তেওঁ যি মূল্যবোধৰ বাবে অহঙ্কাৰ কৰিবলৈ খুজিছিল সেই মূল্যবোধৰ মানসিকতাই প্ৰথম বাৰৰ আঘাত পাইছিল নিজৰ ছোৱালী সন্ধ্যা ললিতাই এটাকৈ এটাকৈ চাৰিটা ল'ৰা ছোৱালীকে প্ৰাথমিক পৰ্য্যায়তে অসমীয়া ভাষা মাধ্যমক পিচ দিয়াত। কিন্তু ভৱানী মাষ্টৰে তেতিয়াও আশা কৰিছিল জী-নাতি যোগে বাৰ্থ

মনোৰথ হলেও যোগসূত্ৰ তেওঁ ৰাখিব পুত্ৰ নাতি যোগে। দিগন্ত-বিপুলৰ সন্তানে বহন কৰিব ভৱানী মাষ্টৰৰ ৰক্তকণিকা। সেই ৰক্তকণিকাই প্ৰচাৰিত কৰিব ভৱানী মাষ্টৰৰ মূল্যবোধ।

মুখ খুলি অৱশ্যে কোনেও কোৱা নাছিল। কিন্তু কটাক্ষপাত অৱশ্যে দুৰ্লভ নহয়। সেইদিন মিটিঙতে শুনিছিল।

সভা বহিছিল মন্ত্ৰী মহোদয়ক স্মাৰক পত্ৰ দিয়া লৈ। গাওঁৰ খেতি পথাৰত জল-সিঞ্চন ব্যৱস্থাৰ বাবে বিভাগীয় মন্ত্ৰীক এখনি স্মাৰক পত্ৰ দিয়াৰ আলোচনা হৈছিল। আগে পিছে হোৱা হালে স্মাৰক পত্ৰ অসমীয়াতে লিখা হ'লহেঁতেন। এইবলি কিন্তু অন্য মত হ'ল—

—অসমীয়াত লিখিলে মন্ত্ৰী বিষয়াৰ মনোযোগ পোৱা টান। গতিকে ইংৰাজীতে লিখা হব।

স্মাৰক পত্ৰ যুগুতোৱাৰ দায়িত্ব দিলে ভৱানী মাষ্টৰক। ভৱানী মাষ্টৰে অৱশ্যে এই দায়িত্ব লব খোজা নাছিল। কৈছিল—

—অসমতে যদি অসমীয়া অচল— আমিও তেন্তে অচল হৈছো। ইংৰাজী জনা মানুহৰ দ্বাৰাই স্মাৰক পত্ৰ লিখোৱা হওক। আমিতো ইংৰাজী নেজানো।

সভাৰ মাজতে এজনে তেতিয়া মাত দিলে

—এতিয়া চাৰ ইংৰাজী শিকিব লাগিব। নহলে নিজৰ নাতি-নাতিনীৰ লগতে সম্বন্ধ ৰাখিব নোৱাৰিব। সিহঁতেওচোন অসমীয়া পঢ়িব লিখিব নোৱাৰে। ইংৰাজীতেহে পঢ়ুৱাইছে।

মুহূৰ্ততে ভৱানী মাষ্টৰ নীৰৱ হৈ গৈছিল। তেওঁকে যে খোচাটো মাৰিছিল তেওঁৰ আৰু বুজিবলৈ বাকী নাছিল। তেওঁ আঘাত পাইছিল আন এটা কাৰণত।

কামত থাকোতেই হওক বা অৱসৰ লোৱাৰ পাচতেই হওক, মাটি বাৰী সম্পত্তিৰে গাওঁৰ এই বিশিষ্ট আৰু অভিজাত ব্যক্তি ভৱানী

মাষ্টৰক মুকলি সভাতে এইদৰে কথা কব পৰা মানুহ গাওঁত নাছিল।

অৱশ্যে ঈৰ্ষাপৰায়ণ মানুহ আছিল। কাৰণ আছিল— ভৱানী মাষ্টৰৰ ল'ৰা ছোৱালী গাওঁৰ আনবোৰৰ তুলনাত উঠি আহিছিল। ভৱানী মাষ্টৰ বিত্তশালিও আছিল যাৰ সন্মুখত আন সকল নত হৈ থাকিবলৈ বাধ্য হৈছিল। সভাত তেনে এজনৰ পৰাই মন্তব্যটো আহিছিল।

সেই উক্তি যিমানেই অনুচ্চাৰিত নহওক কলেই,— সেই শ্লেষোক্তিয়ে তেওঁৰ অন্তৰত এক মচিব নোৱাৰা প্ৰভাৱ পেলাইছিল। অপ্ৰকাশ্যে নিশ্চুপে তেওঁ এক বেদনাত ভুগিছিল।

তেওঁ ভাবিছিল জীৱ নাতিক তেওঁ ভবা পথটো দেখুৱাব নোৱাৰিলে। তাৰ বাবে ক্ষোভ কৰা নিৰৰ্থক হব। তেওঁৰ যি সকল জী নাতি, আন কোনোবাৰ বাবে সেই সকল হব পুত্ৰ নাতি। সেই সকলৰ পছন্দ অপছন্দই অগ্ৰাধিকাৰ পাব।

কিন্তু দিগন্ত বিপুলৰ সন্তান তেওঁৰ হব পুত্ৰ নাতি। সিহঁতৰ জীৱনক গঢ় দিবলৈ, তেওঁৰ জীৱন-দৰ্শনেৰে সিহঁতক অনুপ্ৰাণিত কৰিবলৈ তেওঁৰ আপোচহীন অধিকাৰ আছে।

তেওঁ আচলতে আশাও কৰিছিল দিগন্তই নিজৰ প্ৰথম ল'ৰাটো— জীউমণিক প্ৰাথমিক স্তৰত পঢ়ুৱাবলৈ দেউতাককে দায়িত্ব দিব। কিন্তু সেই আশা ফলৱতী নহল। জীউমণিৰ ছয় বছৰ হৈ গৈছে। সাত বছৰ চলি আছে। দিগন্তৰ পৰা ভবা মতে সঁহাৰি নাহিল। অৱশ্যে তাৰ বাবে তেওঁ বেয়া পোৱা নাছিল। দিগন্ত মনীষাই বাপেক-মাক হিচাপে প্ৰথম পুত্ৰৰ পৰা দূৰত থাকিবলৈ নিবিচাৰিব। জীউমণিক ককাকৰ লগত ৰখা মানে অসনৱ প্ৰায় ইমূৰ সিমূৰৰ দূৰত্বৰে সাতশ কিলোমিটাৰৰ ব্যৱধান। ডুলিয়াজানৰ পৰা পাচনীয়া গাওঁ। বজাইগাওঁৰ পাচনীয়া।

তেওঁ এটা সিদ্ধান্ত ললে। জীউমণিক ডুলিয়াজানৰ পৰা পাচনীয়ালৈ পঠিয়াব নেলাগে। তেওঁ নিজে গৈ দুমাহমান তাতে থাকিব। ঘৰত তেনেকৈ বিশেষ কামো নাই। খেতি বোৱা হৈ গৈছে। আহিন কাতি মাহ দুটা ডুলিয়াজানতে কটাব। খেতি চপোৱাৰ আগে আগে আঘোনত উভতি আহিব।

সত্তৰ বছৰ বয়সত ভৰি দি ভৱানী মাষ্টৰে এইদৰে দুমাহমানৰ বাবে ডুলিয়াজানত থাকিবলৈ বিচৰাত অহল্যাও আচৰিত হৈছিল। ঘৰ এৰি ভৱানী মাষ্টৰৰ বাহিৰত সৰহ দিন থকাৰ এয়া দ্বিতীয় ঘটনা। প্ৰথমবাৰ সেয়া প্ৰায় পঞ্চাশ বছৰ আগৰ ঘটনা। যোৰহাটৰ নৰ্মাল স্কুলত পঢ়িবলৈ গৈছিল। এবছৰৰ বাবে। পঞ্চাশবছৰ পাছত নিজৰ সত্তৰ বছৰ বয়সত এইবেলি ওলাইছে পঢ়ুৱাবলৈ। পুত্ৰ নাতিক। দিগন্তও দুবছৰ মান ঘৰলৈ পৰিয়াল লৈ অহা নাই। আহিবলৈ পৰা নাই। কামৰ জুলুম। কোম্পানীৰ কাম। জীউমণিক ছাগে পঢ়ুৱাবলৈ সি আক ক'ত সময় কৰিব পাৰিব। অথচ জীউমণিৰ বাবেই এইটোৱে সময় য'ত শিক্ষাদানত ভুল কৰিলে জীৱনত তাৰ সংশোধন অতি কষ্টসাধ্য হ'ব। লিখাই লিখাই আঙুলি ধৰি ভাল কৰিব লাগিব হাতৰ আখৰ। নেওতা আওৰাব লাগিব। এতিয়াই শিকাব লাগিব আখৰৰ বিশুদ্ধ উচ্চাৰণ। কবিতা আবৃত্তি কৰোৱাই উচ্চাৰণ শুদ্ধ কৰিব লাগে।

বহুদিন ল'ৰা-ছোৱালীক পঢ়ুৱাবলৈ নোপোৱাত দুটামান কবিতাৰ শাৰী খোকোজা লগা হৈছিল। ভাবি ললে— আকৌ মনত পৰিছে। জীউমণিক শিকাব লাগিব—

ওৱনি আমাৰ গাওঁখনি অতি
ওৱনি গাছেৰে ভৰা।
ডাল ভৰি ভৰি ফল ফুল লাগে

ক'ত পাম তল সৰা।

কবিতাটো মনত পৰাত তেওঁৰ ওঁঠত কব নোৱাৰাকৈয়ে এটি হাঁহিয়ে খেলা খেলিছিল। মনত পৰিছিল দিগন্তৰ কথা। সি তেতিয়া সৰু। স্কুললৈ গৈছে। এইটোকেই মুখস্থ কৰিছিল। দেউতাক কাষত নথকাত সি মাকক কবিতাটো শুনাইছিল—

শুননি আমাৰ পাচনীয়াখন অতি
পকা তামোলেৰে ভৰা
বাধা ভৰি ভৰি কাষ্কিনী লাগে
কত পাবা তলাতে সৰা!

নিজৰ গাওঁ লৈ তাৰ ইমানেই ভালপোৱা আছিল তেতিয়াই সি পাচনীয়াক কবিতাত মিলাই লৈছিল।

সি আৰু এটা কাণ্ড কৰিছিল। শঙ্কৰদেৱৰ ৰচিত আকাৰ ইকাৰ নোহোৱা 'কৰতল কমল কমল দল নয়ন' কবিতাটো তাক শিকোৱা হৈছিল। সেইটোৱে তাৰ প্ৰেৰণাৰ উৎস আছিল। বাইদেউকলৈ এইন চিঠি লিখি মাকে লিখা চিঠিৰ লগত দি দিছিল। সন্ধ্যা ঘৰলৈ আহোতে চিঠিখন পঢ়ি দিয়াত হাঁহিৰ ৰোল উঠিছিল। সি লিখিছিল—
--"বাইদেউ। পূজাত আহব। মই পপ লম। অহবত অহব। নহব লগল পইছক দব"। স্বৰবৰ্ণৰ ব্যৱহাৰ হলে লিখাখিনি হব লাগিছিল এই ধৰণৰ—
—"বাইদেউ। পূজাত আহিবি। মই পেপা লম। আহিবিতো আহিবি। নাহিব লাগিলে পইছাকে দিবি।"

পূজা বানানটো সি চাই চাইয়ে লিখিছিল। শুদ্ধ হৈছিল। তাৰে ল'ৰা জীউমণি। সি জানো এতিয়া কি কবিতা শুনায়, কি চিঠি লিখে।

তেওঁ জীউমণিক শিকাবলৈকে আৰু কেইটামান কবিতাৰ শাৰী

এনেয়ে গুন্‌গুনাই ললে।

— নোৱাৰো কথাটি বোপা বেয়া কথা বৰ
কদাপি নহয় সি কথা মানুহৰ
এলেহুৱা যিটো হয় নোৱাৰো সিটোৱে কয়
হেনজানি সাহ কৰি প্ৰাণ- টাকি কৰা....

তেওঁ আশ্বস্ত হ'ল। স্মৃতিয়ে তেওঁক ফাঁকি দিয়া নাই। যদিহে দিগন্তৰ ল'ৰা জীউমণীয়ে 'নোৱাৰো' বুলি কয়—কবিতা মুখস্থ কৰোৱায়েই তাক শিক্ষা দিব।

কিন্তু ভৱানী মাষ্টৰৰ কল্পনাৰ ৰথ ডুলিয়াজানত গৈ ভাগি পৰিছিল। জীউমণিক অসমীয়া কবিতা গাবলৈ দিছিল। হাতত ধৰি ধৰি আখৰ লিখাবলৈ শিকাইছিল। সাত বছৰ বয়সতো অসমীয়া পঢ়িব লিখিব নোৱাৰত ভৱানী মাষ্টৰে বৰ অশান্তি পাইছিল। ডুলিয়াজান পাই ৰাতিয়ে দিনে অসমীয়া শিকোৱাত ব্যস্ত হৈ পৰিছিল। তাতেই আউল লাগিছিল। শ্ৰেনীত পঢ়িবলৈ দিয়া পাঠ্যৰ পৰা জীউমণি যেন আঁতৰি থকা হৈছিল।

মনীষাই যেতিয়া ৰাইমছ্‌ মুখস্থ ধৰে—জীউমণীয়ে তেতিয়া ককাকে শিকোৱা কবিতাৰ শাৰী মাতিব খোজে—

—গুৱনি আমাৰ গাঁওখনি অতি
গুৱনি গছেৰে ভৰা

—তোৰ পণ্ডিত ককাৰে তোকো এতিয়া পণ্ডিত কৰিহে এৰিব। এতিয়া 'গুৱনি আমাৰ গাঁওখনি' নহয়। এতিয়া মুখস্থ কৰ
'টুইঙ্কল্‌ টুইঙ্কল্‌ লিটল ষ্টাৰ
হাউ আই ওণ্ডাৰ হোৱাট্‌ ইউ আৰ'।

ভৱানী মাষ্টৰ যেন হঠাতে স্তব্ধ হৈ গৈছিল। খিড়িকীৰ কাকেৰে কাণত পৰা মনীষাৰ কথা কেইটাই তেওঁক যেন খুঁচি খুঁচিহে দিছিল।

মুহূর্ত্তে তেওঁক যেন কোনোবাই চলনা কৰি সপোন দেখি ভাল পোৱা আশাৰপৰা বঞ্চিত কৰিছিল। আৰু তাৰ পিছ দিনাৰ পৰাই ভৱানী মাষ্টৰে পুত্ৰ নাতিক পঢ়ুৱাবলৈ নাতিৰ লগত পুনৰ্ব্বাৰ বহা নাছিল। লগে লগে বাকচত ভৰাইছিল পাচনীয়াৰ পৰাই যাওঁতে লগতে লৈ যোৱা পুস্তিকাবোৰ 'অকণিৰ পাঠ', 'আদৰ্শলিপি'।

সেইদিন ৰাতিটো অতিবাহিত হৈছিল। পিছদিনৰ ৰাতিও ভৱানী মাষ্টৰে শুই পৰিছিল। কিন্তু টোপনি অহা নাছিল বহু ৰাতিলৈ। গাঁওৰ সৌ সভাখনত কোৱা কথাবোৰ মনত পৰিছিল। এটা দীৰ্ঘনিশ্বাস পেলাই পুণৰ্ব্বাৰ টোপনি যাবলৈ চেষ্টা কৰিছিল। কাৰণ পিছদিনা ট্ৰেইনতে যাব লাগিব। এদিন একৰাতিৰ বাট। ট্ৰেইনত এনেয়ে টোপনি নাহে। চিল্মিল্কৈ অলপ টোপনি আহিব ধৰা যেন হৈছিল। কিন্তু এটা কথাত সেই চিলমিল টোপনি ভাঙি গ'ল। কথোপকথন আছিল দিগন্ত আৰু মনীষাৰ। অদূৰৰ এটা কক্ষত। খোলা খিড়িকীৰে মনীষা-দিগন্তৰ কথা কানত পৰি প্ৰতিধ্বনিত হৈছিল।

—দুমাহ থাকিবলৈ অহা দেউতা দহদিনতে কিয় যাবলৈ ওলাল?

দিগন্তই যেন খঙেৰে মনীষাক সুধিছিল।

-- মই কিজানো দেউতা কিয় যাবলৈ ওলালে! —মনীষাই উত্তৰ দিছিল।

—দেউতাই শিকোৱা কবিতা জীউমনিয়ে মাতিব খোজাত তুমি কি কথাৰে তাৰ কবিতা আবৃত্তি বন্ধ কৰিছিলা?

—কি কৈছিলো মই? এতিয়াহে বুজিছো। দেউতা নোশোৱালৈ বন্ধ কৰো বুলিয়ে তুমি অতপৰে ইকাটি সিকাটি কৰি জাগি আছা।

—শুনা—জীউমণিয়ে মোক সকলো কৈছে। পণ্ডিতৰ ল'ৰা পণ্ডিত হবলৈ পৰাহেঁতেন মানুহ হলোহেঁতেন। পণ্ডিত নহলো। হলো ইঞ্জিনিয়াৰ আৰু তোমাৰ গিৰীয়েৰ। আৰু শুনা-সেই কবিতাটো দেউতাই

এদিন মোকো শিকাইছিল।

মনীষা তেতিয়া চুপ লাগি গৈছিল। হঠাত যেন নিজৰ ভুলটো বুজি উঠিছিল। দিগন্তই পুনৰ আৰম্ভ কৰিছিল।

—দেউতা এজন এনেকুৱা ব্যক্তি যি কাৰো ওচৰত শিৰ নত কৰি পোৱা নাই। যি কাৰো বক্ৰোক্তি সহ্য কৰিব নোৱাৰে। দুমাহ থাকো বুলি অহা দেউতা দুসপ্তাহ নৌহওঁতেই যাবলৈ ওলাইছে, নিজে গৈ টিকট কৰি অনিছে, তোমাৰ কথাবোৰ দেউতাই নুশুনাকৈ থকা নাই। তোমাৰ পৰা, মোৰ পৰা দেউতাই আঘাত পাব বুলি মই সপোনতো ভবা নাছিলো।

মনীষাই মাথোন কথাবোৰ শুনি গৈছিল। দিগন্তই কথাবোৰ কই গৈছিল—

—ময়ো ঘৰলৈ যাব পৰা নাই দুবছৰ। তোমালোকে যোৱা নাই তিনিবছৰ। তুমি কি বুজিবা দেউতা আমাৰ কিমান মহৎ। আমাৰ মনত দেউতা কেনে এটা আদৰ্শ কিমান এটা সাহস!

মনীষা বহু সময় জুৰি দিগন্তৰ কথাবোৰ শুনিছিল। এটা সময়ত মনীষাই কথাবোৰ কবলৈ ধৰিছিল। ভালকৈ শুনিলে বুজিবলৈ কঠিন হোৱা নাছিল— মনীষাৰ মাতটো যেন কঁপিছিল।

— দেউতাই সঁচাই শুনিছিল নেকি বাক? বিশ্বাস কৰা দেউতালৈ অশ্ৰদ্ধাৰ ভাব মোৰ বিন্দুমাত্ৰও নাছিল। দেউতাৰ বাবেই মই তোমালোকৰ ঘৰলৈ আহিছিলো। তোমাৰ বাবে দেউতাই মোক বিচাৰিছিল। মোক বিয়া তোমাকে দিয়া নাছিল। বিয়া দিছিল এইখন ঘৰ চাই, এগৰাকী শিক্ষকৰ পুতেকক। আৰু তুমি ভবা মই সেই দেউতাক অশ্ৰদ্ধা কৰিছোঁ।

দিগন্ত তেতিয়া নিৰুত্তৰ আছিল। কিন্তু লাহে লাহে যেন মনীষাৰ মাতটো ভাঙি পৰিছিল। সেয়া স্পষ্ট হৈ পৰিছিল।

— নিজৰ জীয়েক হলে দেউতাই ক্ষমা নকৰিলে হেঁতেন? মই দেউতাৰ ছোৱালী নহওঁ নেকি? মোক ক্ষমা কৰিব নোৱাৰে?

তাৰ পাছত মনীষাই আৰু কথা কব পৰা নাছিল। মনীষাই সঁচাই সিদিনা কান্দিছিল। দিগন্তৰ যেন সকলো চিন্তাশক্তি বোধ হৈ গৈছিল। দিগন্ত আছিল দেউতাকৰ লʼৰা। মনীষা তাৰ পত্নী। পিতৃ পৰম দেৱতা। পত্নী সমভাগী। দুয়ো সত্য। দুয়ো বিশুদ্ধ। তাৰ কিন্তু কৰিবলৈ একো নাই! হৃদয় কঁপে তাৰ। সি নিৰুপায়।

নিৰুপায় আছিল ভৱানী মাষ্টৰো। নিভৃতে কোৱা কথাবোৰ তেওঁ শুনিছে। তেওঁ যেন শুনিছে দিগন্তৰ দীৰ্ঘ নিশ্বাস্। শুনিছে মনীষাৰ— তেওঁৰ মৰমৰ ডাঙৰ বোৱাৰীৰ উচুপনি। তেওঁ কিন্তু বাকৰুদ্ধ। তেওঁ কেৱল নিজৰ হাতখনেৰে নিজৰ বুকুখনিকে মোহাৰি মোহাৰি শাঁত পেলাইছে।

হঠাৎ কিন্তু তেওঁ এটা কথাত স্তব্ধ হৈ গʼল।

—ঠিক আছে দেউতাই বিচাৰি আনা বোৱাৰীজনী যদি ময়ে হওঁ জীউমণিৰ দ্বাৰাই দেউতাক দেখুৱাম। মোৰো যে আদৰ্শ দেউতাই।

মনীষাই কথা ৰাখিছিল।

জীউমণিয়ে চিঠি লিখিছিল। ভৱানী মাষ্টৰে সেই চিঠিকে পঢ়িছিল। সকলোৱে শুনাকৈ। জীউমণিয়ে লিখিছিল। ভৱানী মাষ্টৰে পঢ়িছিল। অহল্যা, সোণাক, তৰুৱে সতৃষ্ণ নয়নে ভৱানী মাষ্টৰলৈ চাই আছিল।

পূজনীয় ককা, —

মই অসমীয়া পঢ়িব পাৰোঁ। লিখিবও। মায় পঢ়ুৱায়। মোৰ কবিতা শুনিব!

*"শুনি আমাৰ পাচনীয়াখনি জাতি*

শুৱনি পথাৰে ভৰা,

আগত নদী পাছত পাহাৰ
মায়াৰে উপচি পৰা।"

বিছুত আমি ঘৰলৈ যাম। পাহাৰ বগাম। নদীত গা ধুম। পথাৰত উমলিম। মায় কৈছে। আপুনি আমাক বেয়া পাইছে। আমাক বেয়া নাপাব। মাক বেয়া নাপাব। .........................

তাৰ পাছত চিঠিখনিকে বুকুত লৈ ভৱানী মাষ্টৰে মাথোন কই উঠিছিল।

—জীউমনী তই সুবুজ কিয়? দেউতাকে জীয়েকৰ দোষ ধৰি নাথাকে অ'। আক তইঁতে জান নে নাই। তোৰ মাজনীক কোনে বিচাৰি আনিছিল! সেয়া আছিলো মই-ম-ই, তোৰ ককা!

অহল্যা, সোম্বাক, তকইঁতে তেতিয়াও ভৱানী মাষ্টৰলৈ থৰ লাগি চায়ে আছিল।